# অভিনেত্ৰী

ৰোহিণী বৰা

গুৱাহাটী বুক ষ্টল
শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩ ঃ দিছপুৰ, গুৱাহাটী-৭৮১০০৬

ABHINETRY

A Collection of Short Stories written by Rohini Bora and Published by Bangshidhar Sarmah. M/s. Gauheti Book Stall, Gauhati-781003.
Price Rupees Five only.

। প্ৰকাশক ঃ শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ ঃ চেপ্টেম্বৰ, ১৯৭৬ চন ।

। বেটুপাতৰ ছবি ঃ গুৱাহাটী আৰ্টিষ্ট গীল্ড ।



। ছপা ঃ শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিন্টিং ● ঘোষ লেন ● কলিকতা-৬ ।

। বন্ধা ঃ শ্ৰীশিবসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ।

। মূল্য ঃ পাঁচ টকা মাথোন ।

অগ্ৰগণি, প্ৰথিতযশা সাহিত্যিক-
সাংবাদিক-চিন্তানায়ক শ্ৰীবীৰেন্দ্ৰকুমাৰ
ভট্টাচাৰ্য্যদেৱৰ কৰকমলেষু।

॥ অভিনেত্ৰী ॥ ৰোহিণী বৰা ॥

## কৃতজ্ঞতা আৰু অনুপ্ৰেৰণা—

'অভিনেত্ৰী' গল্প সংকলনটি প্ৰকাশৰ যোগ্য কৰি তোলাত উদীয়মানা সাহিত্যপ্ৰেমী ছাত্ৰী শ্ৰীদীপালী ৰাজখোৱা আৰু শ্ৰীইলা ৰাজখোৱাৰ অৱদান অন্যতম। এওঁলোক দুয়োৰে উজ্জ্বল ভৱিষ্যত কামনা কৰিলোঁ।

সংকলনটিৰ সপোন বাস্তৱত পৰিণত কৰাত গুৱাহাটী বুক ষ্টলৰ মালিক শ্ৰীবংশীধৰ শৰ্মাৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা জনোৱা হ'ল। মহিম বৰাৰ ভাষাত শ্ৰীশৰ্মা এক কথাৰ মানুহ যে এইটো তেখেতৰ লগত প্ৰথম সাক্ষাততে প্ৰমাণ পোৱা গৈছিল। তেখেতৰপৰা অসমৰ ন-পুৰণি লিখক গোষ্ঠীয়ে প্ৰচুৰ অনুপ্ৰেৰণা লাভ কৰাৰ যথেষ্ট স্থল আছে।

এটা দশকৰো ওপৰ গল্প লেখি সৃকলোবোৰ আলোচনী আৰু কাগজে-পত্ৰে সময়ত লীন যাব বুলি ধৰি লৈছিলোঁ। কিন্তু বিবাহিত জীৱনত শ্ৰীমতী মিনুৰ চেষ্টাতহে সিঁচৰতি গল্পবোৰৰ কেইটামানেৰে এই সংকলনটি প্ৰকাশ হ'বলৈ পালে। ইয়াত সন্নিৱিষ্ট কৰা প্ৰায়কেইটা গল্প পূজা আৰু বিহু সংখ্যা দৈনিক অসম, অসমবাণী, আমাৰ প্ৰতিনিধি আদিত প্ৰকাশ হোৱা। ইতি—

ৰোহিণী বৰা

গল্পসমূহ—



## অভিনেত্ৰী

পদূলিমুখৰ পত্নম পুখুৰীত সাঁতুৰি সাঁতুৰি ভাগৰি পৰাত, মৌচুমী পাৰলৈ উঠি আহি ক্ষন্তেক বহিল। চাৰিওফালে চালে। কোনো-বাই তাইৰ তিতি থকা দেহটো জুমি চাই আছে নেকি বাৰু? নাই। কাযেদি বৈ যোৱা বেঁকী নদীৰ পাৰত হজৰৎ মিঞাই বিৰিণা কাটি আছে। সি তাইলৈ মন কৰা নাই। পলকতে তাই নিজৰ গাটো চাই ল'লে। তাই উপলব্ধি কৰিলে তাইৰ দেহটোৰ কমনীয় কান্তি-বোৰ যেন শৰত কালৰ পূৰ্ণিমাৰ জোনটোৰ দৰে উজ্জ্বল আৰু নিটোল।

আনন্দতে তাই আকৌ পত্নম পুখুৰীত জঁপিয়াই পৰিল। ওপৰলৈ মূকৈ হাত আৰু ভৰি মাৰি মাৰি তাই পাৰেমানে চিলনী সাঁতোৰ মাৰিলে। মধ্যাহ্নৰ স্নিগ্ধ ৰ'দত পুখুৰীৰ পানীৰ মাজত তাইৰ দেহটো পুঠি মাছৰ গাৰ দৰে তিৰবিৰাবলৈ ধৰিলে। পুখুৰীৰ অশান্ত জলপৃষ্ঠৰ ঢৌৰে ঢৌৰে সৃষ্টি হোৱা সূৰুযৰ ক্ষুদ্ৰ ৰূপালী টুকুৰাবোৰ মৌচুমীৰ দুয়োচকু ভেদ কৰি তাইৰ হৃদয়সমুদ্ৰ চঞ্চল কৰি তুলিলে। নিচেই পুৱাতে পোৱা শুভ বাৰ্তাটোৱে তাইক আৰু বেছি চঞ্চল কৰি তুলিলে।

এদিন তাই কমলৰ কিতাপৰ দোকানত অসম বাণীৰ পৃষ্ঠবোৰ মোকোলাই চাই থাকোঁতেই এটা বিশেষ বিজ্ঞাপন দেখিছিল। এগৰাকী অসমীয়া অভিনেত্ৰী লাগে। বয়স বাইশৰ কম। ন্যূনতম শিক্ষা মেট্ৰিক পাছ, বৰণ মিঠা, উচ্চতা চাৰে পাঁচ ফুট আৰু বুকু,

কঁকাল, তপিনাৰ মাপ ক্ৰমে ছয়ত্ৰিশ, চৌবিশ, আঠত্ৰিশ ইঞ্চি। কাকতখনৰপৰা তাই ঠিকনাটো মনে মনে টুকি আনিলে। গুৱাহাটীৰ কোনোবা মনালিছা নামৰ ষ্টুডিঅ'ৰ বিজ্ঞাপন। ঘৰত কোনো নথকাৰ ছেগ বুজি মৌচুমীয়ে তাইৰ দেহৰ জোখবোৰ মাপি চালে। মোটামুটি-ভাৱে তাহৰ দেহৰ লগত মিলিছে। সংশয় হৈছিল যদিও তাই এদিন মনৰ প্ৰবল আবেগ দমাব নোৱাৰি মনালিছালৈ লিখি জনালে যে তেওঁলোকৰ বিজ্ঞাপনৰ মতে তাইৰ সকলোখিনি অৰ্হতা আছে।

তাই নিজ ঠিকনাটো দি এই কথাখিনিও জনালে যে তাইৰ সৰুৰেপৰা প্ৰবল ইচ্ছা—চিনেমা তাৰকা হোৱাৰ। তাই ইতিমধ্যে বিভিন্ন অনুষ্ঠানবোৰত নাচিছে, গাইছে, কৃতিত্ব অৰ্জন কৰিছে; কেইবা বাৰো বিশেষ বটা লাভ কৰিছে,—বিহু কুঁৱৰী, নাট্য-বাণী আদি খ্যাতি কেইবাবাৰো অৰ্জন কৰিছে।

মনালিছা ষ্টুডিঅ'ৰপৰা বহুদিন ব্যাপি কোনো উত্তৰ নোপোৱাত মৌচুমীয়ে এই আশা এদিন মনৰপৰা বাদ দিছিল। কিন্তু হঠাতে আজি পুৱাভাগতে মনালিছাৰ আমন্ত্ৰণী চিঠিখন পাই তাই যেন হেৰোৱা দিগন্ত ঘুৰাই পালে। আনন্দত মতলীয়া হৈ তাই কি কৰিব, কি নকৰিব একো ভাবিব নোৱাৰা হৈ পৰিল। কেইবাবাৰো দেউতাক সনাতনৰ কাষলৈ আহি আশা-নিৰাশাৰে তাই একো ক'ব নোৱাৰাকৈ গুচি গৈছিল। শেষত দেউতাকক তাইৰ এই শুভ বাৰ্তাটো জনালে। সনাতনে অলপ সময় তলমূৰ কৰি বহি থাকিল। মৌচুমীয়ে দেউতা-কক ব্যতিব্যস্ত কৰি তুলিলে। শেষত সনাতনে ক'লেঃ যাবলৈ টকা ক'ত? প্ৰাইমেৰী স্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক মই। জীৱনৰ চল্লিশটা বছৰে এই আমগুৰি এল-পি স্কুলত কাম কৰি অৱসৰ ললোঁ। পেঞ্চনো নেপালোঁ। আমি হেনো পেঞ্চন পোৱাৰ উপযুক্ত নহয়। টকা থকাহেঁতেন তোক মেট্ৰিক পাছ কৰাৰ পিচত এনেকৈ ঘৰত বহুৱাই ৰাখোনে? বৰনগৰ কলেজত অন্ততঃ পঢ়ুৱাব পাৰিলোঁহেঁতেন। আকৌ ভাবিছিলোঁ মোৰ অৱসৰৰ পিচতে মোৰ চাকৰিটোতে ডি-আই



চাহাবক ভৰিয়ে হাতে ধৰি তোক সুমুৱাই দিম বুলি। এই অনুৰোধ কেইবাবাৰো ডি-আই চাহাবক কৰিছিলোঁ। কিন্তু অৰ্থগৃধনু ডি-আই চাহাবে নগদ এহেজাৰ টকালৈ ভলুকা-ডোবাৰ নিবাৰণ ঠিকাদাৰৰ ছোৱালীজনীক চাকৰিটো দি দিলে।

সনাতনে এটা হুমুনিয়াহ কাঢ়ি ক'লেঃ বাৰু যা, মই কি কৰিব পাৰোঁ চাওঁচোন। মমবাতিৰ বেদনা কোনে বুজিব? নিজে গলি গলি মমে লোকক পোহৰ দিয়ে। প্ৰাইমেৰী স্কুলৰ মাষ্টৰৰ জীৱনলৈ চাবলৈ কাৰ সময় আছে?

চুপৰীয়া সনাতনে দক্ষিণ গণকগাড়ী গাৱঁৰপৰা আহি মৌচুমীক ক'লেহিঃ আই, টকা যোগাৰ কৰি আনিছোঁ। কিন্তু সনাতনে মৌচুমীক এইটো কথা নক'লে যে যতীন মৌজাদাৰক হালোৱা গৰু এটা বন্ধকত দিহে এই ৰূপ এশ লৈ আহিছে। আনন্দত অধীৰ হৈ মৌচুমীয়ে পদুলিমুখৰ পদুম পুখুৰীত জঁপিয়াই পৰিলগৈ, সাঁতুৰি সাঁতুৰি তাই আত্মহাৰা হৈ পৰিল।

মৌচুমীয়ে এহাতে তাইৰ নাকত টিপা মাৰি ধৰি আনটো হাত থিয় কৰাই দি পানীত ডুব এটা মাৰিলে। তাইৰ জীৱনৰ দৰে গভীৰ পুখুৰীৰ পানী। তাই সাঁতুৰি থাকোঁতে অনুভৱ কৰিলে পুখুৰীৰ জল-পৃষ্ঠত ফুলি জাতিস্কাৰ হৈ থকা পদুম ফুলবোৰৰ দৰে তাইৰ দেহ আৰু মনটো হৈ পৰিছে। বহুতপৰ এনেদৰে সাঁতুৰি সাঁতুৰি ভাগৰি পৰাত, তাই পুখুৰীৰপৰা উঠি ঘৰ পালেহি আৰু গোটেই আবেলিটো শুই কটাই দিলে।

ৰাতিৰ ৰেল আহি সৰভোগ ষ্টেচন পালেহি। সনাতন আৰু মৌচুমী ৰেলত উঠিল। তৃতীয় শ্ৰেণীৰ যাত্ৰী-সিহঁত। ডবাটোত উঠি সনাতনে দেখিলে বগুলামাৰীৰ ৰোমেশ্বৰ ভৰালী, চুলিয়াকটাৰ তপোধন দাস, কাহিতামাৰ শুক্লেশ্বৰ গায়ন আৰু নলজৰা নদীৰ কাষৰ বুঢ়ীকামাৰৰ ইন্দ্ৰেশ্বৰ বসুমতাৰী একেটা ডবাতে উঠিছে। সনাতনৰ চিনাকি মুখ কেইখন দেখি ভাল লাগিল। ৰাতিৰ ৰেলত অন্ততঃ

সুকলমে যাব পাৰিব। সৰভোগ ষ্টেচন এৰাৰ অলপ পিচতেই আটাই কেইজন চিনাকি মানুহ ওচৰা-ওচৰিকৈ বহিলহি। বোষেশ্বৰ ভৰালীয়ে সনাতনক জীয়েকৰ সৈতে দেখি সুধিলে: পিচে কোন ফালে? সনাতনে থোৰতে ক'লে: গুৱাহাটীৰ পিনে। বয়সত বোষেশ্বৰ, তপোধন আৰু শুক্লেশ্বৰ সনাতনৰ সমসাময়িক। ইন্দ্ৰেশ্বৰ তেওঁলোক-তকৈ অলপ সৰু। শুক্লেশ্বৰে সনাতনক গুৱাহাটী যাত্ৰাৰ উদ্দেশ্য সুধিলে। সনাতনে কওঁ-নকওঁকৈ ক'লে: ছোৱালীৰ বাবে। তাই চিনেমাৰ কাৰণে আমন্ত্ৰণ পাইছে। সনাতনৰ কথা শুনি আটাই-কেইজনে ছোৱালীজনীৰ পিনে বাঘে চোৱাদি চাই পঠালে। মৌচুমীয়ে অতপৰে "চিনেমা জগত"খনৰ পাত লুটিয়াই তলমূৰকৈ বহি আছিল। আটাইকেইজনে মাত লগালে: বৰ ভাল হৈছে। বৰ ভাল হৈছে। সনাতনৰ ছোৱালী চিনেমা আৰ্টিষ্ট হ'ব, খুব সুখৰ খবৰ। তপোধনে ক'লে: অকল আমগুৰি বৰনগৰৰ কিয় গোটেই অসমৰ কাৰণে এইটো গৌৰৱৰ কথা। পিচে কোনখন চিনেমাত নামিব? অপ্ৰস্তুত হৈ সনাতনে মৌচুমীৰ মুখলৈ চালে। মৌচুমীয়ে দেউতাকৰ অৱস্থা বুজিব পাৰি নিজেই উত্তৰ দিলে: নহয়! ইন্টাৰভিউহে পাইছোঁ। পিচ-তহে বাছনি হব। বোষেশ্বৰে টপৰাই মাত লগালে। ক'লে; থোৱা; থোৱা; অসমীয়া মানুহে চিনেমা কৰিব। ব্ৰজ শৰ্মাৰ নিচিনা লৌহ-মানৱেও এই জাতিটোক টিকাত খুচি উঠাব নোৱাৰিলে। এতিয়া আৰু কোনি তেনে লোক ওলাইছেহে?

আদহীয়া ইন্দ্ৰেশ্বৰে তেনেতে মাত লগালে: ভৰালী খুড়া! এটা কথা। মানুহবোৰ একেবাৰে নিৰাশাবাদী হোৱা বেয়া। অৱশ্যে এইটো সত্য যে অসমীয়া মানুহে অসমীয়াক প্ৰশংসা কৰিবলৈ টান পায়। সেয়ে অসমত অসমীয়া শিল্প আৰু শিল্পীৰ দাম নাই।

ৰেলৰ মৃদু জোকাৰনিত ডবাৰ মানুহবোৰৰ মাত ক্ৰমে অস্পষ্ট হৈ পৰিল। মৌচুমীয়ে ডবাটোৰ মানুহবোৰক এজন এজনকৈ লক্ষ্য কৰিলে, ডবাটোত তায়ে একমাত্ৰ মহিলা। দুই এটা চেঙেলীয়া



ডেকাই তাইৰ চকুৰ ওপৰত চকু ৰাখিবলৈ চেষ্টা কৰিছিল। তাই কিন্তু সিহঁতৰ দৃষ্টিৰপৰা তাইৰ চকুযোৰ পিছলাই আনি অন্যফালে ঘূৰাই দিছিল। এবুকু যৌৱন আৰু অবিশ্ৰান্ত উচ্ছল মনলৈ তাই এক নিৰ্দিষ্ট দিগন্তৰ পিনে আহি আছে। তাইৰ আশা এতিয়া আকাশ-চুম্বী। সৰুতে মাক মৰিল যদিও, বুঢ়ী মাকৰ ডেউকাত ডাঙৰ হোৱা ছোৱালী তাই। দেউতাকে অৱসৰ পোৱাত সিহঁতৰ ঘৰখনত বিষাদৰ ছাঁ পৰিলহি। চিনেমাত সোমাই লব পাৰিলে তাইৰ শিল্পী মনৰ স্বীকৃতি পোৱাৰ লগে লগে, অভাৱগ্ৰস্ত পৰিয়ালটোৱে মুক্তি পাব।

এবাৰ শুক্লেশ্বৰৰ কথাষাৰ মৌচুমীৰ কাণত ঠহৰ কৰে পৰিলহি: এইবোৰ চিনেমা-টিনেমা কৰি ছোৱালীজনীৰ চৰিত্ৰ নষ্ট হোৱাতকৈ সনাতন মাষ্টৰৰ ছোৱালী কোনোবা প্ৰাইমেৰী স্কুলৰ মাষ্টৰনী হোৱাই ভাল বুজিছা। শুক্লেশ্বৰৰ কথাত মৌচুমীৰ চকু দুটা বহল হৈ গ'ল। তাই অনুভৱ কৰিলে ট্ৰেইনখন যেন কোনোবা এটা কদৰ্য্য মৰিশালিৰ মাজেদি পাৰ হৈ গৈ আছে য'ত শ শ গেলা মৰাশৰ বিকট গোন্ধ তাইৰ নাকত লাগিছেহি। শুক্লেশ্বৰৰ পকা গোফকোছাত ধৰি জোকাৰি জোকাৰি তাইৰ কৈ দিবৰ মন গৈছিল যে অকল ৰামায়ণ মহাভাৰত পঢ়ি পঢ়ি সমগ্ৰ জীৱনটো অতিবাহিত কৰাটো ভীৰু আৰু কাপুৰুষৰ বাহিৰে আন কাৰো লক্ষণ নহয়। চিনেমাত নামিলেই চৰিত্ৰ হানি হোৱাৰ কথাটো চিন্তা কৰাতকৈ জীৱন আৰু কলাৰ সম্বন্ধটো উপলব্ধি কৰিব পৰাটোহে আচল কথা। নগৰত গৈ দেছোৱালী হোটেলত মাংস পৰঠা খাই গাৱঁত ভোৰতাল কোবাই ভকতামি দেখুৱা ভণ্ড বহুতো দেখা গৈছে। এই ভণ্ডামি যি দেশৰপৰা আঁতৰি নাযায়, সেই দেশৰ কোনো উন্নতি নহয় আৰু নহবও।

মৌচুমীয়ে দেউতাক সনাতনলৈ চাই পঠালে। তেতিয়াও সনাতনে নিৰুত্তৰ হৈ তলমূৰ কৰি কিবাকিবি ভাবি আছিল। হয়তো শুক্লেশ্বৰৰ কথাষাৰে সনাতনৰ বুকুত শালি গৈছিল। ইন্দ্ৰেশ্বৰে শুক্লেশ্বৰ খুড়াৰ কথাখিনিৰ জবাব দি ক'লে: ছোৱালীজনীৰ যিহেতুকে এটা শিল্পী মন

আছে তাই প্ৰাইমাৰী স্কুলত মাষ্টৰনী হোৱাতকৈ পাঠশালা বা বজালীৰ যাত্ৰা পাৰ্টিত যোগ দিলেও সনাতন খুড়াৰ জীৱিকা ওলাল-হেঁতেন। এই কথাত মৌচুমী জাঙুৰ খাই উঠিল। তাই মাত লগালে ঃ মই চিৰিয়াখানাৰ চিম্পাঞ্জী নহয়। মোৰ এটা নিজস্ব মন আছে। মোক এটা মুক্ত মন লাগে, য'ত মই দেখুৱাব খোজো জীৱনতকৈ কলা বহুত ওপৰত।

ইন্দ্ৰেশ্বৰৰ বাদে বাকী বুঢ়া কেইজনে মৌচুমীৰ কথাত নাসিকা কুঞ্চন কৰিলে। বোমেশ্বৰে ক'লে ঃ হেৰা, ছোৱালী। তুমি জীৱন-টোনো কি দেখিছা ? টকাৰ যে আন এটা ফাল আছে পাহৰি যোৱা কিয় ? অসমত শিল্পী হোৱাতকৈ যোৰহাটত নেমু বেপাৰী নতুবা নগাৱঁত চেধা বেপাৰী হোৱা বেছি ভাল। কোৱাচোন বাৰু অসমত কোনখন চিনেমাই অসমৰ বজাৰত চাহিদা পাইছে ? কথাছবিৰ ব্যৱসায়ৰ ক্ষেত্ৰত অসমীয়া বাইজক কেনেদৰে কেইজনমানে নিজৰ স্বাৰ্থৰ বাবে প্ৰতাৰণা কৰি আহিছে তাক কেইজন অসমীয়াই জানে ? অসমীয়া উৎকৃষ্ট চিনেমা ওলালেও অসমীয়া কেইজনৰ বাহিৰে কোনে চাব ? কিন্তু এখন ফাল্টু হিন্দী ছবি অসমীয়া অনা-অসমীয়া সকলোৱে চায়। গতিকে সেই একচেটীয়া বেপাৰী আৰু সিহঁতৰ দালালবোৰে ব্যৱসায়ৰ ভিত্তিত কাক আকোৱালি লব ? আৰু যি কেইজন একনিষ্ঠ কলামোদীয়ে অসমীয়া চিনেমা নিৰ্মাণ কৰিবলৈ গৈছে তেওঁলোকে সেই পৰিবেশক আৰু দালাল গোষ্ঠীৰ কোৰ মাজ কঁকালত খাই চিৰকাললৈ পঙ্গু হৈ আহিছে। তোমাক আমি নিৰাশ নকৰোঁ। কিন্তু যেতিয়া ডুবিবা তেতিয়া এই বুঢ়ালৈ মনত পেলাবা।

ৰাতিৰ ৰেল আন্ধাৰবোৰ ফালি ফালি আগুৱাই গৈ থাকিল। বৰপেটা ৰ'ড, সৰুপেটা, নলবাৰী পাৰ হৈ গৈছে। ষ্টেচনবোৰত মানুহৰ উঠা-নমা চলিল। সকলোৰে কথোপকথন ৰেলৰ মৃদু জোকাৰণিত ক্ষীণ হৈ আহিল। আৰু এটা সময়ত সকলোৰে কথা বন্ধ হৈ গ'ল।



মৌচুমীৰ দৃষ্টি বাৰে বাৰে ডবাৰপৰা আঁতৰি বাহিৰৰ তৰালি আকাশলৈ গ'ল। আন্ধাৰত দূৰৰ বাঁহনিৰ ছায়াকৃতিবোৰ মৌচুমীৰ চকুৰ আগেদি পাৰ হৈ গৈছিল। মাজে মাজে ৰেলখন সাঁকোবোৰৰ ওপৰেদি যাওঁতে হোঁ হোঁ, হুৰ হুৰ শব্দবোৰ বুকুত লাগিছিল। দূৰৈৰ টিমিকঢামাক্ চাকিৰ পোহৰ তাইৰ চকুত পৰিছিল। ওপৰৰ নিৰ্জন নিতাল তৰালিৰে ভৰা আকাশৰ বিশালতাখিনি তাই গভীৰভাৱে উপলব্ধি কৰিলে। আৰু এই বিশাল পৃথিৱীখনক সৃষ্টি কৰা শিল্পী-জনৰ প্ৰতি বিস্ময়ত তাইৰ মূৰ দোঁ খাই আহিছিল।

গভীৰ হৈ অহাৰ লগে লগে ৰেলৰ জোকাৰণিত ডবাৰ ভিতৰৰ মানুহবোৰৰ চকুৰ পতালৈ তন্দ্ৰা নামিল। এটা সময়ত ডবাৰ মানুহ-বোৰ শুই পৰিল। মৌচুমীৰ কাষতে বহা দেউতাক সনাতনৰ টোপনিত নাক বাজিল। মৌচুমীৰ চকুত টোপনি নাই। তাই "চিনেমা জগত"খনৰ পাত লুটিয়াই থাকোঁতেই শুক্ৰেশ্বৰ আহি তাইৰ কাষতে গাতে গা লগাই বহিলহি। ক'লে ঃ কিনো কিতাপ এইখন দিয়াচোন। অলপ অপ্ৰস্তুত হৈ মৌচুমীয়ে ক'লে ঃ নাই ; এইবোৰ কিতাপ আপোনালোকৰ কাৰণে নহয়। শুক্ৰেশ্বৰে ক'লে ঃ কি দেখিছা ? বয়স হৈছে যদিও মোৰ মন বিশ বছৰীয়া হৈয়ে আছে। শুক্ৰেশ্বৰে এপাত এপাতকৈ চিনেমা জগতখনৰ পাত লুটিয়াই কৈ থাকিল ঃ বুজিছা ছোৱালী, মই ডেকাকালত যাত্ৰা পাৰ্টিৰ 'ছোকৰা' আছিলোঁ। নলজৰা, বেকী, ভলুকাডৰা, আই, মানসৰ পাৰে পাৰে কিমান ঘূৰিলো। কতবাৰ প্ৰেমতো পৰিছিলো। কিন্তু এতিয়া ৰণত পৰি কলীয়া হ'লো। মৌচুমীয়ে খিৰিকীৰ ওপৰত মূৰটো থৈ শুক্ৰেশ্বৰৰ কথাখিনি শুনি আছিল।

'চিনেমা জগত'খনৰ পাত লুটিয়াই থাকোঁতে শুক্ৰেশ্বৰ গায়নৰ চকুযোৰ এবাৰ এখন ছবিৰ ওপৰত নিথৰ হৈ ৰৈ গৈছিল। মৌচুমীয়ে বেঁকাকৈ চাই দেখিলে, এজনী উলঙ্গ নাৰীৰ সম্পূৰ্ণ নগ্ন ফটোখনত যেন শুক্ৰেশ্বৰৰ মনটো কঠালৰ এঠা লগাদি লাগি গৈছে। মৌচুমীৰ অলপ

পুতৌ জন্মিল শুক্লেশ্বৰলৈ। শুক্লেশ্বৰৰ দেহমন যেন চঞ্চল বাইশ বছৰীয়া ডেকা ল'ৰাটোৰ দৰে হৈ পৰিল। কাষতে থকা মৌচুমীজনীক পাবৰ কাৰণে এক আদিম বন্য প্ৰবৃত্তি শুক্লেশ্বৰৰ মনলৈ নামি আহিল আৰু তেওঁৰ অজানিতে নিজ বাহুখন মৌচুমীৰ বুকুৰ ফালে লাহে লাহে আগুৱাই গ'ল।

মৌচুমীৰ গাটো জিকাৰ খাই উঠিল। কেইঘণ্টামানৰ আগতে শুক্লেশ্বৰে মৌচুমীৰ দেউতাক সনাতনক কোৱা কথাবাৰ মনত পৰিলহি: এইবোৰ চিনেমা-টিনেমা কৰি ছোৱালীজনীৰ চৰিত্ৰ নষ্ট কৰাতকৈ সনাতন মাষ্টৰৰ ছোৱালী কোনোবা প্ৰাইমেৰী স্কুলৰ মাষ্টৰণী হোৱাই ভাল বুজিছা। মানুহৰ ভণ্ডামি দেখি মৌচুমীৰ মন তীব্ৰ ঘৃণাৰে ভৰি পৰিল।

মৌচুমী বহাবপৰা উঠি গৈ ডবাটোৰ টয়লেট ৰুমত সোমালগৈ। সুন্দৰকৈ সাজপাৰ পিন্ধি তাই দিনটোৰ কাৰণে সাজু হ'ল। টয়লেট ৰুমৰপৰা ওলাই আহি মৌচুমীয়ে দেখিলে পুব আকাশ ধৱল হৈ পৰিছে। ডবাৰ যাত্ৰীবোৰে এঙামুৰি দি টোপনি ভাঙিছে। ট্ৰেইন গুৱাহাটী পাওঁ পাওঁ। এখন সেন্দুৰীয়া কাঁহি যেন হৈ পুব আকাশত বেলিটো ভুমুকি মাৰিছেহি। আৰু লাহে লাহে সেন্দুৰীয়া ৰংখিনি তেজৰঙা হৈ জিলিকি উঠিছে আৰু ক্ৰমে এই তেজ ৰং আঁতৰি গৈ সূৰ্য্যটোৰ আচল ৰং ধৰি পুব আকাশৰ ওপৰলৈ উঠি আহিছে।

ৰেল গুৱাহাটী পোৱাত সকলোবোৰ যাত্ৰী নিজ নিজ টালি-টোপোলাৰে নামি পৰিল। ৰেলৱে প্লেটফৰ্মত নামি সনাতন আৰু মৌচুমীয়ে কাষৰ কেন্টিনখনত চাহ খালে। দুয়োজনে দিনটোৰ কাৰণে প্ৰস্তুত হৈ এখন ৰিক্সাত উঠি গুৱাহাটীৰ মনালিছা ষ্টুডিঅ' বিচাৰি গ'ল।

পুৱা চাৰে আঠমান বজাত মনালিছা ষ্টুডিঅ' বিচাৰি পাই তাৰ সন্মুখত দুয়ো অলপ থিয় দি ৰ'ল। সুন্দৰ কলা-কৃতিৰে অঙ্কিত ছাইনবৰ্ডখন। কাষতে মনালিছাৰ ছবিখন আঁকা আছে। মৌচুমীয়ে



লিয়নাৰ্ড ড ভিন্সিৰ এই বিস্ময়কৰ ছবিখনৰ বিষয়ে কোনোবা আলোচনীত আগতে পঢ়িছিল। সঁচাকৈয়ে বাৰু এইটো কিহৰ হাঁহি? মাতৃত্বৰ? নে কি? মৌচুমীয়ে উপলব্ধি কৰিলে তাইৰ মুখত ঠিক তেনে এটা হাঁহি বিৰিঙিছেহি আৰু এই হাঁহি যেন তাইৰ এজনী মুক্ত-মনা শিল্পী হোৱাৰ আশাৰ হাঁহি।

এটা সময়ত মনালিছা ষ্টুডিঅ'ৰ দুৱাৰ মুকলি হ'ল। সনাতন আৰু মৌচুমী ষ্টুডিঅ'ত সোমাই ষ্টুডিঅ'ৰ ল'ৰাজনক আমন্ত্ৰণী চিঠিখন দেখুৱালে। ল'ৰাজনে দুয়োকে বহিবলৈ দিলে। এক অনিশ্চিত ভৱিষ্যতৰ হেন্দোলনিত তাইৰ বুকুখন বালিমাহী চৰাইৰ ফিচাখনৰ দৰে উঠানমা কৰিবলৈ ধৰিলে।

অলপ পৰৰ পিচত ষ্টুডিঅ'লৈ তিনিজন মানুহ সোমাই আহিল। তিনিওজনে মৌচুমী আৰু সনাতনৰ লগত চিনাকি হ'ল। অলপ পিচতে এজনে ষ্টুডিঅ'ৰ ভিতৰৰপৰা ওলাই মৌচুমীক ভিতৰলৈ মাতিলেহি। মৌচুমী ভিতৰলৈ যাবলৈ ওলোৱাত, পিচে পিচে দেউতাক সনাতনো যাবলৈ ওলাল। মানুহজনে সনাতনক অকণমান বহিবলৈ ক'লে। সনাতন অবাক হ'ল। সনাতনে ক'লে: এইটো কি কথা? জীয়েকৰ লগত বাপেক যাব নোৱাৰে! মানুহজনে বিনম্ৰভাৱে ক'লে: আপুনি বাপেক কাৰণেই যোৱাটো নিষেধ। সনাতনৰ চকু দুটা বহলকৈ মেল খালে। মানুহজনৰ এনে বক্ৰোক্তি সনাতন মাষ্টৰে সহ্য কৰিব নোৱাৰিলে। জীৱনৰ চল্লিশটা বছৰে শিক্ষকতা কৰি কিমান শ শ ছাত্ৰক নৈতিক শিক্ষা দিয়া সনাতনে ব্যক্তিগত জীৱনত এনে পৰাজয়সূচক ঘটনাক নিজ চকুৰ আগত কেনেকৈ প্ৰশ্ৰয় দিব? সনাতনে চিঞৰি ক'লে: মোৰ ছোৱালীৰ অৰ্হতা যদি আছে তেন্তে তাৰ বিচাৰ মোৰ চকুৰ আগত হব লাগিব। আৰু যদি নাই তেন্তে আমাৰ তাৰ বাবে কোনো খেদ নাই।

মৌচুমীয়ে দেউতাকৰ ওপৰত ক্ষুব্ধ হৈ সনাতনৰ হাতৰ মুঠিটো এৰুৱাই ভিতৰপিনে যাবলৈ চেষ্টা কৰিলে। তাই স্পষ্টকৈ কৈ দিলে:

দেউতা, মোৰ বাবে এই বাছনি জীৱন-মৰণ সমস্যা। জীৱন আৰু জীৱিকা দুয়োটাই আমাৰ কাৰণে এতিয়া প্ৰধান হৈ পৰিছে। মই ভিতৰলৈ অকলে যামেই।

সনাতনৰ হাতৰ মুঠি শিথিল হৈ পৰিল। ইমান দিনে নিজ ডেউকাৰ তলত তুলি-তালি ডাঙৰ-দীঘল কৰা মৌচুমীজনীক এডাল ভয়াল সাপ যেন দেখিলে সনাতনে। সনাতনৰ দুয়োখন হাত কঁপিবলৈ ধৰিলে। তাৰ পিচত মূৰটো আচন্দ্ৰাই কৰাত মাটিত বাগৰি পৰিল সনাতন।



## ধনুষ্টংকাৰ

কন্‌ভয় ৰ'ড পাৰ হৈ সোঁফালৰ ফুটপাথটোত উঠিলহি বিনন্দ। কাষতে থকা চৌকিডিঙি খেলপথাৰখনলৈ চাই পঠিয়ালে বিনন্দ বৰুৱাই। ইন্দিৰা গান্ধী অহা সময়তে সজা সেইটো কাঠৰ ৰ'ষ্ট্ৰাম্। আজি পঞ্চাশ বছৰে সেই একে অৱস্থাতে থকা খেলপথাৰখন বিনন্দই দেখি আহিছে। কোনো পৰিৱৰ্তন নাই। একমাত্ৰ মাৰোৱাৰী গৰুৰ কাৰণে এইখন গ্ৰেজিংপথাৰ হৈ আহিছে। বাকী সকলোবোৰ নগৰে-চহৰে এই খেলপথাৰবোৰত ষ্টেডিয়াম হৈছে আৰু য'ত হোৱা নাই তাত কিছু উন্নতি হৈছে। কিন্তু ডিব্ৰুগড়ত একো নহ'ল। হ'বই বা কেনেকৈ ? শাৰীৰিক ব্যায়াম কাক কয় আজিকালি ল'ৰা-ছোৱালীয়ে নজনা হ'ল। সৰুৰেপৰা শাৰীৰিক ব্যায়াম কৰি অহাত বিনন্দৰ আজি তেসত্তৰ বছৰ বয়সতো শক্তিৰ হ্ৰাস হোৱা নাই। মাথোন দুবছৰৰ আগতে এবাৰ ষ্ট্ৰ'ক হৈ তেওঁক একেবাৰে বৃদ্ধ কৰি পেলাইছে। তথাপি আজিৰ দৰে তেওঁ সদায় কেইবা মাইলো প্ৰাতঃভ্ৰমণ কৰে।

অলপ আগুৱাই ফুটপাথটো শেষ হোৱাত বিনন্দই ৰাস্তাৰ বাওঁপিনে খোজ ল'লে। মানকটা ৰাস্তাত প্ৰাতঃভ্ৰমণ কৰিবলৈ বিনন্দ নাহে। আজি এক বিশেষ জৰুৰী কামৰ কাৰণেহে তেওঁ এই ৰাস্তাইদি নিচেই পুৱাতে আহিছে। লগতে প্ৰাতঃভ্ৰমণৰ কামফেৰাও কৰিছে। আনদিনা বিনন্দই লাহোৱালৰ পিনে খোজ কাঢ়ে।

চাউলখোৱা ষ্টেচনৰ কাষতে বিনন্দৰ ঘৰ। নিচেই পুৱাতে উঠি ৰাষ্ট্ৰীয় পথটোত ফুৰি বিনন্দৰ ভাল লাগে। আহল-বহল ৰাস্তা। গাড়ী-ঘোঁৰা নিচেই পুৱা প্ৰায়েই নাথাকে। গতিকে ফুৰিবলৈ অকণো অসুবিধা নহয়।

অফিচাৰচ্ ক'লনীৰ কাষ পাওঁতে বিনন্দই পিচফাললৈ লক্ষ্য কৰিলে। তিনিটা ল'ৰাই চাইকেলত তোলপাৰ লগাই আহিছে। ৰাস্তাৰ কাষলৈ গৈ সিহঁতক বাট এৰি দিলে। বিনন্দক পিচফালৰ পৰা এটা ল'ৰাই চিঞৰি ক'লে ঃ আবে, চাই ল' বে! ধেন্নু গৈছে। বাকী দুয়োটাই হাঁহিলে। বিনন্দ চক্ খাই উঠিল। চিঞৰি চিঞৰি ল'ৰা কেইটাক পিচৰপৰা মাতিলে ঃ হেৰা, হেৰা, বোপাহঁত! অকণমান সহায় কৰা।

হাতৰ বেতডাল দাঙি বিনন্দই পাৰেমানে চিঞৰিলে। এটা ল'ৰা চাইকেলৰপৰা নামিল। তাক নমা দেখি বাকী দুটা ল'ৰা অলপ আঁতৰত গৈ নামিল। বিনন্দ যিমান পাৰে গাৰ জোৰে আগুৱাই গ'ল। প্ৰথমৰ ল'ৰাটোৰ ওচৰ পাওঁতে বিনন্দই কৈ গ'ল ঃ হেৰি নহয়—এহ্ মানুহজনৰ নামেই পাহৰিলোঁ। এই সময়খিনিতে বিনন্দই ল'ৰাটোৰ ওচৰ পালেগৈ। চাইকেলখনত থাপ মাৰি ধৰি বিনন্দই ল'ৰাটোৰ চকুলৈ চালে। ভীতু চকুযোৰ দেখি বিনন্দই অনুমান কৰিলে ল'ৰাটো দুষ্ট হ'ব নোৱাৰে। বিনন্দই সুধিলে, "তুমি কাৰ ল'ৰা?" একান্ত বাধ্য ছাত্ৰৰ দৰে ল'ৰাটোৱে ক'লে, শ্ৰীমতিৰাম কলিতাৰ। বিনন্দই চকু দুটা বহলাই সুধিলে, আউ! তুমি মতি মাষ্টৰৰ ল'ৰা নহয়নে? ল'ৰাটোৱে মূৰ জোকাৰিলে। আঁতৰত বেহ-ৰূপ চাই থকা ল'ৰা দুটাই হাঁহিত চিঞৰ-বাখৰ লগালে। ক'লে ঃ আবে, ভাল লট্‌কিলি। ধেনুৰ শৰত পৰিলি বে! বিনন্দই ল'ৰাটোক সুধিলে, সেই দুটা কাৰ ল'ৰা? সি উত্তৰ দিলে—বাওঁফালৰজন এম্-ভি-আই তোযেশ্বৰ হাজৰিকাৰ আৰু আনজন অভাৱচিয়াৰ হেমেন দত্তৰ। বিনন্দই পৰম উল্লাসেৰে এটা বিকট হাঁহি মাৰি ক'লে—অ'



সিহঁত দুয়োৰে দেউতাকক মই চিনি পাওঁ। কিন্তু কথা হ'ল তুমি মতি কলিতাৰ ল'ৰা হৈ বাটৰ মানুহ জোকাবলৈ ক'ত শিক্ষা পালা? ল'ৰাটোৱে বিব্ৰত হৈ ক'লে, মই জোকোৱা নাই। সিহঁতেহে—

বিনন্দৰ চকু দুটা এইবাৰ খঙত জ্বলি উঠিল। হাতৰ বেতডাল জোকাৰি কৈ উঠিল ঃ মই কোন তহঁতে জাননে? মই—মই স্বৰ্গীয় ৰায়বাহাদুৰ বিজনলাল বৰুৱাৰ একমাত্ৰ ল'ৰা বিনন্দলাল বৰুৱা। তহঁতে ৰায়বাহাদুৰ বিজনলাল বৰুৱাৰ নাম কিতাপে-পত্ৰই পঢ়িছিলি নে?

ল'ৰাটোৱে মূৰ জোকাৰি ক'লে, এল-পি স্কুলৰ কিতাপত পঢ়িছিলোঁ।

ঃ এতিয়া তহঁত কোন শ্ৰেণীত পঢ়?

ঃ দশম মানত।

ঃ কিন্তু তহঁতৰ বয়সৰ কোনো মিল নাই দেখোন? ঃ নহয় ককা, সিহঁতে ফেল মাৰি থকাত মোৰ লগত পঢ়িছে—ল'ৰাটোৱেক'লে।

বিনন্দই ক'লে ঃ অঁ, মই তাকেই অনুমান কৰিছোঁ। এম্-ভি-আই তোযেশ্বৰ হাজৰিকা আৰু অভাৱচিয়াৰ হেমেন দত্তৰ পুতেকে ফেল নেমাৰি ডবল প্ৰমোচন পাবনে? কিন্তু সংস্কৃতত এষাৰ কথা আছে "পুৰুষস্য ভাগ্যম্।" কেনেকৈ এম্-ভি-আই অৰ্থাৎ ড্ৰাইভাৰ-হেন্দিমেনে যাক 'ভেকেল' বুলি কয়, সেই তোযেশ্বৰ হাজৰিকাই তিনি মহলীয়া ঘৰ সাজিলে, কেনেকৈ দুখন বিদেশী গাড়ী কিনিলে, সেইবোৰ সকলোৰে বিদিত। আৰু সেইটো হেমেন দত্ত। ৰাস্তাৰ মহৰী আছিল। কেনেকৈ অভাৱচিয়াৰ হ'ল এতিয়াও জনা নেযায়। ব্ৰহ্মপুত্ৰই তিনি বছৰতে তাক দুমহলীয়া ঘৰ সজাই দিলে। কিন্তু মতি মাষ্টৰ, মাষ্টৰ হৈয়ে থাকিল। নহয়নে? কচোন?

ল'ৰাটোৱে সেমেনা-সেমেনি কৰি ফুচফুচাই ক'লে ঃ ককা! ইহঁতৰ লগত নুফুৰিলে সিহঁতৰ ওপৰতলাৰপৰা আমাৰ সৰু টিনৰ ঘৰটোলৈ শিলগুটি মাৰি থাকে। সেয়ে শেষত উপায় নেপাই দেউতাই

মোক সিহঁতৰ লগত ফুৰিবলৈ এৰি দিলে। পিচে ককা, মই শপত খাই কৈছোঁ, মই আপোনাক জোকোৱা নাই।

বিনন্দ বৰুৱাৰ চকু দুটা ক্ষোভত আৰু জ্বলি উঠিল। ক'লে: মই জানো, মতি মাষ্টৰৰ ল'ৰাই বাটৰ মানুহ জোকাব কিয়? তাৰ মেণ্টেল চেট্-আপ সেইটো হ'বই নোৱাৰে। কিন্তু তহঁতে জাননে ময়ো এদিন তহঁতৰ দৰে চেঙেলীয়া ডেকা আছিলোঁ। আৰু তেতিয়া মোৰ চাইকেল নাছিল। ইচ্ছা কৰাহেঁতেন তেতিয়া মই মটৰ চাইকেল লৈ ঘূৰিব পাৰিলোঁহেঁতেন। মোৰ দেউতা এই অঞ্চলৰ বিখ্যাত ধনী মানুহ আছিল। কিন্তু মোৰ দেউতা ৰায়চাহাব বিজনলাল বৰুৱা বৃটিছৰ গোলাম আছিল। সেই কাৰণে সৰুৰেপৰা মই দেউতাৰপৰা বেলেগে থাকিছিলোঁ। কিয় জাননে? বাৰু তই কচোন, আব্ৰাহম লিঙ্কনে কি কৈছিল? ল'ৰাটোৱে অলপ সময় মূৰ খজুৱাই ক'লে, "যিহেতু মই কোনোদিন গোলাম নাছিলোঁ, গতিকে মোৰ দেশত কোনো গোলাম থাকিব নোৱাৰে।" আবেগত উল্লসিত হৈ বিনন্দই ল'ৰাটোৰ পিঠিত চাপৰ এটা মাৰি ক'লে: ঠিক উত্তৰ! আৰু সেই কাৰণেই দেউতাই মোক খেদি পঠালে আৰু আজি মই ৰাস্তাৰ বেকাৰ। মোৰ পৈত্রিক সম্পত্তি আন জমিদাৰ আৰু মাৰোৱাৰীৰ হাতত আজি। কিন্তু মোৰ দাৰিদ্ৰ্যৰ কথা তহঁতক কোৱাৰ কোনো প্ৰয়োজন বোধ মই নকৰোঁ। কথা হ'ল—এদিন ময়ো তহঁতৰ দৰে চেঙেলীয়া ডেকা আছিলোঁ। সেই সময়ত মই ভবা নাছিলোঁ আজি যিটো অৱস্থাত মই উপনীত হ'লোঁহি। মাথোন সময়ে মোক উটুৱাই লৈ আহিছে। তহঁতকো এদিন এই অৱস্থালৈ সময়ে লৈ আহিব আৰু যেতিয়া তহঁতে মোৰ অৱস্থাত উপনীত হ'বিগৈ তেতিয়া তহঁতৰ প্ৰতিটোৰ দেহত সময়ে এখন এখনকৈ ধেনু আঁকি দিব। তেতিয়ালৈ মোৰ এই ধেনুখন চৰম শান্তিৰে কোনোবা দিগন্তত লীন হৈ যাবগৈ। আৰু ঠিক তেতিয়া কি হ'ব জানহঁক? তেতিয়া যিসকলে এতিয়াও পৃথিৱীৰ পোহৰ দেখা নাই সেইসকল এই পৃথিৱীলৈ আহিব আৰু



এনেকুৱা এটা ৰাস্তাৰ ওপৰত তহঁতে যেতিয়া লাখুটি লৈ প্ৰাতঃভ্ৰমণ কৰিবি তেতিয়া সিহঁতে পিচফালৰপৰা তহঁতক "ধেনু" "ধেনু" বুলি জোকাব। আৰু তেতিয়া তহঁতে কি উপলব্ধি কৰিবি জান? সেই একে উপলব্ধিকে মই এতিয়া এইমাত্ৰ কৰিছোঁ।

বিনন্দ বৰুৱাৰ কথাখিনি শুনি অলপ দূৰৈত বৈ থকা ল'ৰা দুটা চাইকেলত উঠি গুচি গ'লগৈ। বিনন্দই বেতডাল জোকাৰি সমুখত থিয় দি থকা ল'ৰাটোক ক'লে: উভতি যাগৈ এইখিনিৰ পৰাই। তেল আৰু পানী জোৰ কৰি মিহলালেই মিহলি হবনে? ঘৰৰ ওপৰত শিলগুটি মাৰিলেও তহঁত পিছুৱাই নেযাবি! দৰকাৰ হলে পুৰণি মামৰে ধৰা টিনপাতখিনি শিলগুটিৰ আঘাতত ফুটা ওলাব বুলি মতি মাষ্টৰে তোক এই পাষণ্ডকেইটাৰ লগত ফুৰিবলৈ এৰি দিয়াটো মই অন্ততঃ বিনন্দলাল বৰুৱাই কামনা নকৰোঁ। যা, ঘূৰি যাগৈ।

বিনন্দ বৰুৱাই দেখিলে কথাখিনি ল'ৰাটোৱে সম্পূৰ্ণ হজম কৰিব পাৰিছে। তাৰ দুচকুৰ কোণেদি দুটোপাল চকুলো বাগৰি আহিল। ল'ৰাটোক গৰা মাৰি ধৰি ডাড়িয়ে-গোঁফে ভোবোকাৰ দিয়া বিনন্দ বৰুৱাই লাপুং মুখখনেৰে ল'ৰাটোৰ গালত পাৰ্য্যমানে চুমা খালে। ল'ৰাটোৱে প্ৰণাম জনোৱাত মূৰত ধৰি বিনন্দই আশীৰ্বাদ দি ক'লে: বোপা, সোণ সোণেই। হাজাৰ মিহলালেও সোণ এঙাৰ হ'ব নোৱাৰে। যোৱাগৈ যোৱা। বিনন্দ আগুৱাই গ'লগৈ। আয়কৰ ভৱনৰ সন্মুখ পাওঁতে বিনন্দই দেখিলে পূব আকাশত বেলিটো এটা বৃহৎ ৰঙা ফোঁটৰ দৰে জিলিকি উঠিছে। অকণমান থমকি ৰ'ল বিনন্দ। বৰ ভাল লাগিছে দৃশ্যটো চাই। এনেতে সন্মুখত এজন ডেকা মানুহ ৰ'লহি।

"অ! বিনোদ বোপা! মই চিনিবই পৰা নাই। পিচে বেলি ওলোৱাতহে প্ৰাতঃভ্ৰমণ কৰানে?"

বিনন্দৰ প্ৰতি নমস্কাৰ জনাই বিনোদে ক'লে: ককা! এনেয়ে অকণমান ওলাই আহিছোঁ। বাতি ভাল টোপনি নোহোৱাৰ কাৰণে

সোনকালে ওলাই আহিছোঁ। বিনন্দ জাঙুৰ খাই উঠিল। ক'লে ঃ কিহে আজিকালি ডেকা ল'ৰাবোৰ! ৰাতি টোপনি নাই, টোপনি নাই। কি হয়? ইন্‌চম্‌নিয়া? কিহৰ কাৰণে? কিহৰ যন্ত্ৰণা? বিনোদ বৰুৱাই ক'লে, যুগৰ যন্ত্ৰণা! বুজিছে ককা! যোৱা ৰাতি এটা গল্প লিখিছিলোঁ। এইমাত্ৰ শেষ কৰি ওলাই আহিছোঁ। বিনন্দ বৰুৱাই মুখখন বিকটাই বিৰক্তিৰে ক'লে ঃ থৈ দিয়া, থৈ দিয়া তোমাৰ সাহিত্য। কোৱাচোন, কোনকেইটা অসমীয়া ল'ৰাই কিতাপ পঢ়ে? অসমত বীডাৰচীপ্ থকাহেঁতেন অন্ততঃ এখন ভাল আলোচনী জীয়াই থাকিলহেঁতেন। বিনোদে ক'লে ঃ নহয় ককা! মই ভাষা-আন্দোলনক কেন্দ্ৰ কৰিয়ে গল্পৰ প্লট্‌টো লৈছোঁ আৰু......। বিনোদৰ কথা শেষ হ'বলৈ নিদিয়াকৈ বিনন্দই হাতৰ লাঠিডাল দাঙি চিঞৰি ক'লে ঃ থৈ দিয়া তোমাৰ ভাষা-আন্দোলন। আজি কেইটা ল'ৰাই অসমীয়া জন-জীৱনৰ কাৰণে ভাবিছে? কেইজনে অসমীয়া সাহিত্যিকৰ জীৱনযাত্ৰা আৰু জীৱিকাৰ কথা ভাবিছে? এখন এখনকৈ অসমীয়া আলোচনীবোৰৰ অপমৃত্যু ঘটিল। কোনেও টকা এটা দি এখন আলোচনী নিকিনে। অথচ অসমত কিমান চিনেমা ঘৰ বৃদ্ধি পাইছে। ফাল্টু হিন্দী চিনেমা এখন হাউচ-ফুল নোহোৱাকৈ কোনোবা দিন থাকেনে? টিকেট নাপালে ব্লেকত দুগুণ দি টিকেট কিনে, অথচ এটা টকাৰে এখন আলোচনী নিকিনে। চব ভণ্ডামি বুজিছা। নতুন পুৰুষবিলাকে চুলিবিলাক দীঘল কৰি ৰাখিব জানিছে, ছোৱালীৰ পোচাক পিন্ধিবলৈ শিকিছে আৰু কি হৈছে? ছিঃ এইবোৰ বাদ দিয়া। এইবোৰ দেশৰ কাৰণে একো মঙ্গলৰ চিন নহয়। পিচে যোৱা ৰাতি মোৰো টোপনি নাই। কিয় জানা? তোমাৰ দৰে প্লট পাগুলি পাগুলি নহয়। এটা জটিল সমস্যা মোৰ সন্মুখত এতিয়া আহি পৰিছেহি। এনেয়ে প্ৰেছাৰ থকা মানুহ। ৰাতি টোপনি ক্ষতি হ'লে মগজুত বেছি টেন্‌চন হৈ প্ৰেছাৰটো বৃদ্ধি পায়। কিন্তু উপায় নাই। পুৱালৈকে চিন্তা কৰি শেষত ওলাই আহিছোঁ।



বিনোদে সমস্যাটো বিনন্দ বৰুৱাৰপৰা জানিব বিচাৰিলে। বিনন্দ বৰুৱাই ভেকাহি মাৰি ক'লে ঃ থোৱা, তোমাক কৈ মোৰ সমস্যাটো আৰু বেছি জটিল কৰাহে হ'ব। মোক এই সময়ত এজন বাস্তৱবাদী মানুহ লাগে। সেই কাৰণে ইমান পুৱাই ওলাই আহিছোঁ। বহুতদিন এইপিনে অহা নাই। বাৰু কোৱাচোন, এইবোৰ ইমান নতুন ঘৰ কোনে সাজিছে? বিনোদে টপৰাই ক'লে, এইবোৰ চৰকাৰী চাকৰিয়ালৰ ঘৰ। সেইটো ক্লাব ঘৰ। তেওঁলোকে তাতে পাপলু ৰামী খেলে। অইন ক্লাব ঘৰৰ দৰে ইয়াত মদ-পানী নচলে অৱশ্যে।

বিনোদৰ কথাত বিনন্দই মুখখন বিকটাই কলে ঃ থৈ দিয়া হে। মদ-পানী খালেই মানুহ বেয়া হ'ব পাৰেনে? আচল বেছিক কথা-টোলৈ আহাঁ। বেজবৰুৱা, বৰদলৈৰ দিনত সকলোবোৰ চৰকাৰী চাকৰিয়ালে ভাষা জননীৰ কাৰণে দেহে প্ৰাণে খাটিছিল। আৰু সেই সময়ত চাকৰিও হৈছিল, সাহিত্যিক তথা সাহিত্যৰো সৃষ্টি হৈছিল। পাপ্‌লু ৰামী যিয়েই নেখেলক, এইবোৰ ব্যক্তিগত কথা। কিন্তু কি জানা? বৰ্তমান চৰকাৰী চাকৰিয়ালবোৰ বৰ আত্মকেন্দ্ৰিক হৈ আহিছে। নিজক পেটুৱা কৰাই তেওঁলোকৰ প্ৰথম উদ্দেশ্য। ইনকমটেক্সেই বোলা, ছেলটেক্সেই বোলা, পি-ডব্লিউ-ডি, ই-এণ্ড-ডি, ছেক্ৰেটেৰিনাৰী, এগ্ৰিকালচাৰেই বোলা, ফিছাৰি, ৰেভিনিউ, পুলিচেই বোলা, এডুকেচন, এডমিনিষ্ট্ৰেচন, মেডিকেলেই বোলা আৰু এই চাপ্লাই, একচাইজ, ক'-অপাৰেচন, ট্ৰেন্সপৰ্ট—কোনটো বিভাগ আজি দুৰ্নীতিমুক্ত হৈ আছে? যাক মাছ ৰখিবলৈ কোৱা সেয়ে উদ। এই-বোৰ কেনেকৈ কেন্সাৰ ৰোগৰ দৰে শিপাবলৈ পালে হে কোৱাচোন! কাৰ দুৰ্বলতাৰ কাৰণে? কোনজন মন্ত্ৰীয়ে এইবোৰ বাধা দিবলৈ চেষ্টা কৰিছে? সকলো ৰাৱণ বুজিছা! নিৰ্বাচনৰ আগতে সকলো ৰাম অৱতাৰ হয় আৰু নিৰ্বাচনত জিকিলেই সেই ৰাম অৱতাৰৰূপী পুৰুষসকলেই হৈ পৰে একো একোজন ভয়াল ৰাৱণ।

বিনোদে দেখিলে বিনন্দ বৰুৱাৰ মুখৰ ছুয়ো কাষেদি ফেন বৈ আহিছে। বিনোদে হাঁহি হাঁহি কলে ঃ ককা ! আপুনি এইবোৰ চিন্তা কৰা নিষ্প্ৰয়োজন। সময় আহি আছে।

বিনন্দ বৰুৱাই সোলা মুখখন ফুলাই "ফোচ" বুলি কলে। অলপ আগবাঢ়ি পিচলৈ চাই বিনোদক বিনন্দই ক'লেঃ মোৰ কাৰণে পৃথিৱীৰ ভিতৰত আটাইতকৈ কি সহজ কাম জানানে ? সেইটো মোৰ বৰ্তমান বয়সটো গণনা কৰা। উনৈশ শ চনত মোৰ জন্ম। তেখনকৈ মহাসমৰ দেখাৰ মোৰ সৌভাগ্য ঘটিছিল। বিপ্লৱ আমিও কৰিছিলোঁ। চাৰি বছৰকৈ কাৰাগাৰাত আছিলোঁ। কিন্তু বৰ্তমানৰ এই জেংখৰিবোৰ লৈ বিপ্লৱ কৰিব পাৰিবা ? "ফোচ্"—এইবুলি কৈ বিনন্দ বিপৰীত পিনে আগুৱাই গৈ থাকিল।

পুৱাৰ কনকৰ কোমল কিৰণৰ পাহিবোৰ আহি বিনন্দৰ দীঘল ৰূপালী ডাড়ি-গোঁফত পৰি চিক্‌মিকাই তুলিলে। খাদী কাপোৰৰ দীঘল পাঞ্জাবী আৰু গধুৰ ধুতিখন গাতে একেবাৰে লেতেৰা হৈ গৈছে। যোৱা বিশ বছৰৰ ওপৰ বিনন্দই ভৰিত ফানটি এযোৰো পিন্ধা নাই। ছুয়োখন ভৰিৰ গোৰোহা ফাটিছে। কিন্তু অভ্যাসৰ কাৰণে খোজ কঢ়াত তেওঁৰ অকণো অসুবিধা নহয়।

বিনন্দ বৰুৱা যেতিয়া নিৰ্মালি গাওঁ পালেগৈ তেতিয়া গাৱঁৰ প্ৰায় সকলোবোৰ মানুহ বিছনা এৰি কাম-কাজত লাগি পৰিছে। সুন্দৰ চলিহাৰ পদূলিৰ মূৰত থিয় দিওঁতেই সুন্দৰে বিনন্দ বৰুৱাক দেখা পাই, "আহক ককা, আহক" বুলি কৈ আগবঢ়াই নিলেহি। বিনন্দ বৰুৱাই হাতৰ বেতডালত ভৰ দি ক'লে, বোপা ভালনে ? সুন্দৰে নিয়াৰিকৈ ক'লে, আপোনালোকৰ আশীৰ্বাদত ভালেই। বিনন্দই ক'লে, সুন্দৰ হৈছে। মানুহ সুন্দৰ, ঘৰ-ছুৱাৰ সুন্দৰ, ব্যৱসায় সুন্দৰ —সকলো সুন্দৰ। হাতলৈ ধন আহিলে তাক ঠিক মতে খুটৱাৰ পৰাটোৱেই হৈছে আচল ব্যৱসায়ী মানুহৰ দক্ষতাৰ পৰিচয়। ভগৱানে তোমাক আৰু অঞ্জল দিয়ক।



কথাখিনি কৈ শেষ হোৱাত সুন্দৰ চলিহাই বিনন্দক নি ড্ৰয়িং ৰুমটোত বহুৱালে।

সুন্দৰ চলিহা বিনন্দৰ তেনেই কাষতে বহিল। সুন্দৰে ইটো সিটো ছুই-এটা কথা পতাৰ পিচত সুধিলে ঃ ককা ! পিচে এটা কথা নহয়। ইমান পুৱাই……। সুন্দৰৰ কথাখিনি শেষ হবলৈ নিদি বিনন্দ বৰুৱাই ক'লে ঃ বাৰু ৰ'বা। তুমি কোৱাচোন মোক—পৃথিবীৰ ভিতৰত মূৰ্খ কিমান শ্ৰেণীৰ আছে ? বিনন্দৰ প্ৰশ্নত সুন্দৰ অলপো বিব্ৰত নহ'ল। অকণমান ভাবি ক'লে ঃ ককা, এইটো প্ৰশ্নৰ উত্তৰ দিয়া বৰ টান কাম ! কিন্তু এটা কথা ঠিক। জধামূৰ্খ পৃথিবীত নিচেই কম আছে। আৰু অন্ততঃ এই সুন্দৰ চলিহা সেই শ্ৰেণীত নপৰে। বিনন্দই মুখখন মেলি পাৰেমানে হাঁহিলে। ক'লে ঃ হেৰা তোমাক কোনে জধামূৰ্খ কৈছে ! তুমি বৰ্তমান যুগৰ এজন সুযোগ্য সন্তান। তুমি এজন সুদক্ষ ঠিকাদাৰ। জধামূৰ্খ কোন জানানে ? তুমি নহয়—তোমাৰ কাষতে বহি থকা তেসত্তৰ বছৰীয়া এই লাপুং বুঢ়াটো ! সুন্দৰ চলিহাই বিনন্দৰ মুখলৈ চাই ক'লে ঃ ককা ! ছিঃ ছিঃ, আপুনি এই কথা কিয় কৈছে ? আপুনি এই যুগৰ এজন চিন্তা-নায়ক। সেইটো সকলোৱে জানে। বিনন্দই এইবাৰ কঁকালত মাৰ পোৱা ফেটী সাপৰ দৰে ফোঁচফোঁচাই উঠিল। ক'লে ঃ "ফোচ্"। হেৰা ! এইবোৰ আত্ম-প্ৰসাদৰ কথা মোৰ আগত নকবা। যাৰ জীৱনৰ আদৰ্শ বোলা বস্তুটোৱেই নাই সি কেনেকৈ বুদ্ধিজীৱীৰ শাৰীত ঠাই পাবহে ? বুজিছা—মই বিয়া নকৰাওঁ বুলি দৃঢ়প্ৰতিজ্ঞ আছিলোঁ। কিন্তু ক'ত গ'ল সেই প্ৰতিজ্ঞা। বৰদলৈ, মেধি, বৰা, অমিয়ই মোৰ মূৰটো চোবালে। সিহঁতৰ লগত কাৰাগাৰত বাস কৰিছিলোঁ একে-লগে। আমি আচল আন্দোলন কৰিছিলোঁ। আচল বিপ্লৱ কৰি-ছিলোঁ। সেয়ে আমি শেষত জয়যুক্ত হলোঁগৈ। সাতচল্লিশ বছৰ বয়সত জোৰকৈ বিয়া পাতি দি সিহঁতে মোৰ মূৰটো খালে। এতিয়া তিনিটা সন্তানৰ প্ৰথম ছুয়োটা ল'ৰাই মেট্ৰিকৰ দেওনা পাৰ হৈ

কলেজত সোমাইছে। আৰু সৰু ছোৱালীজনীয়েও যোৱাবাৰ মেট্ৰিক দিছিল, ফেল কৰিলে। এইবাৰ পাছ কৰিছে। তাইক ওচৰৰ এল-পি স্কুলখনত সুমুৱাই দিবলৈ আজি এমাহ যুঁজিছোঁ। ডি-আইৰ ঘৰলৈ নিতৌ যাওঁ। শেষত তেওঁ অইন এজন মানুহৰ হতুৱাই কোৱাইছে, ৰূপ পাঁচ শ হলে চাকৰিটো হেনো দিব। যোৱা ৰাতি শোৱা নাই বুলিলেই হয়। কেৱল চিন্তা, চিন্তা, চিন্তা। এহাতে জীৱন-জীৱিকাৰ পথটো, আনপিনে মোৰ জীৱনাদৰ্শ। শেষ ৰাতি পেটটোৱে মোৰ খুব মাতিছিল। সন্ধ্যা খোৱা নাছিলোঁ। তাৰ পিচত থিৰাং কৰিলোঁ—নাই, মই সুন্দৰৰ ওচৰলৈকে যাওঁ। ইমান টকা মোক কোনেও দিব নোৱাৰে। ছোৱালীজনীক মূৰটো সুমুৱাই দিব পাৰিলে দৰমহাৰ পইচাবপৰা মাহে মাহে কাটি পৰিশোধ কৰিব পাৰিম। পুৱাই তোমাৰ ওচৰলৈ ভিক্ষাৰ কাৰণে আহিছোঁ।

সুন্দৰ চলিহাই হাঁহি এটা মাৰি ক'লেঃ ৰব, ককা, এইবোৰ কি কথা। চাহ কাপ খাই লওক। আপুনি গোটেই জীৱনৰ শেষকালত ডি-আই চাহাবক ভেটি দি গোটেই জীৱনৰ আদৰ্শখিনিক কিয় জলাঞ্জলি দি দুষ্কৃতি আৰ্জিব খুজিছে? ডি-আই গোস্বামীক মই ভালদৰে জানো। অকণো ভয় নকৰিব। ছোৱালীজনীক মোৰ ইয়ালৈ অকলে পঠাই দিব। মই লৈ যাম গোস্বামীৰ ওচৰলৈ। টকা-পইচাৰ একো প্ৰয়োজন নাই।

বিনন্দ বৰুৱা চকীৰপৰা জঁাপ মাৰি উঠিল। সপোননে দিঠক বিনন্দই ক'ব নোৱাৰা হৈ গ'ল। আনন্দত বিহ্বল হৈ বিনন্দই ক'লেঃ সুন্দৰ! তুমি কিমান সুন্দৰ! কিমান মহান! তুমি এই মৃত্যুমুখী পৰিয়ালটোক উদ্ধাৰ কৰিলা। সন্মুখত থকা চাহকাপ ঢোকাঢোকে পি বিনন্দ বেগাবেগিকৈ বাহিৰ ওলাল। পদূলিমুখলৈকে সুন্দৰে আগবঢ়ালে। বিনন্দই হৰিষতে হাতযোৰকৈ প্ৰণাম জনাই ঠিকাদাৰ সুন্দৰ চলিহাবপৰা বিদায় লৈ বেগাবেগিকৈ মানকটা ৰাস্তাত উঠিলহি। আহোঁতে ৰাস্তাত কোনোবা চিনাকি মুখ দেখিছে যদিও



বিনন্দই নেদেখা ভাও জুৰি প্ৰবল বেগেৰে আগুৱাই আহিল। চৌকিডিঙি খেলপথাৰৰ কোণটো পাই খেলপথাৰৰ মাজেদিয়ে তেওঁ কনভয় ৰ'ডলৈ পোনাই দিলে। সেই সময়ত বিনন্দই উপলব্ধি কৰিলে—খেলপথাৰখন নেঘেৰি যেন ভালেই কৰিছে। ৰ'ষ্ট্ৰামটোৰ ওচৰ পাই বুঢ়া বিনন্দই ভাবিলে, ইয়াতে উঠি তেওঁ এটা ভাষণ দিব নেকি? তেওঁ চিঞৰি চিঞৰি দেশবাসীক কব নেকি এসময়ত স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰা বিনন্দলাল বৰুৱাই জীৱিকাৰ কাৰণে এইমাত্ৰ এক অৱলম্বন পাইছে যাৰ কাৰণে তেওঁ সুন্দৰ চলিহা তথা সমগ্ৰ দেশবাসীৰ ওচৰত চিৰকৃতজ্ঞ! কিন্তু খেলপথাৰত ভৰি থকা মাৰোৱাৰীৰ গৰুবিলাক দেখি বিনন্দ কোবাকুবিকৈ কনভয় ৰ'ডত উঠিলহি। নগৰৰ যানবাহন চলাচলৰ কাৰণে এইটোৱেই আটাইতকৈ ব্যস্ত পথ অথচ চৰকাৰে ৰাস্তাটো বহল নকৰে আৰু এটা অন্ততঃ ফুটপাথো নিদিয়ে। সমগ্ৰ গাড়ীক বাট দিওঁতে বিনন্দৰ খোজকঢ়াত বৰ অসুবিধা হৈছিল।

চাউলখোৱা পাওঁতে বিনন্দৰ দিনৰ দহোটামান বাজিবৰ সময় হ'ল। পদূলিমুখৰপৰাই বিনন্দই পৰিবাৰ কুসুমক চিঞৰিলে। কুসুমে পিচফালে কাম কৰি থকাৰ কাৰণে একো নুশুনিলে। বিনন্দ ভিতৰ সোমাই কুসুমক পুনৰ চিঞৰিলে। কুসুম ওলাই আহিল। দুচকুত গৰ্বৰ ভাব লৈ কুসুমক বিনন্দই ক'লেঃ কি কৰাহে ভিতৰত? ইমান চিঞৰিছোঁ। তোমাৰ যামিনীৰ চাকৰিটো কোনোমতে ঠিক কৰি আহিছোঁ। কুসুমৰ সমগ্ৰ মুখমণ্ডল বিস্ময়েৰে ভৰি পৰিল। কুসুমে উৎকণ্ঠাৰে চাই ৰ'ল বিনন্দৰ ঘৰ্মাক্ত মুখমণ্ডলৰ পিনে। তাৰ পিচত ক'লেঃ সেই লম্পট ডি-আইটোৱে টকা নোলোৱাকৈ চাকৰি···। কুসুমৰ কথা শেষ হ'বলৈ নিদি বিনন্দই পৰম উল্লাসেৰে ক'লেঃ তলাত আচল চাবি পকাব জানিব লাগে বুজিছা। সুন্দৰ চলিহাক আজি পুৱাই লগ ধৰিছিলোঁ টকা পাঁচশ ধাৰে লম বুলি। কিন্তু তেওঁ টকা নোহোৱাকৈ সকলো ঠিক কৰি দিম বুলি ক'লে।

যামিনীক এবাৰ ডি-আইক চিনাকি কৰিবলৈ হেনো লৈ যাব। তাইক পঠাই দিবলৈ কৈছে।

অলপ চিন্তিত হৈ কুসুমে ক'লে ঃ ময়ে লৈ যাম তেন্তে তাইক ডি-আইৰ ওচৰলৈ। বিনন্দলাল বৰুৱাৰ অতপৰে ফিন্দ্ খাই উঠা বুকুখন হঠাৎ জামৰি যাবলৈ আৰম্ভ কৰিলে। ক'ববাত যেন এটা ছিদ্ৰ বৈ গ'ল তেওঁৰ। কাৰণ সুন্দৰ চলিহাৰ বাক্যষাৰ তেওঁৰ সম্পূৰ্ণ মনত পৰিছে এতিয়া। যামিনীক অকলে……

তেসত্তৰ বছৰীয়া বিনন্দলাল বৰুৱাই তেতিয়াহে অনুভৱ কৰিলে ক'ববাত যেন তেওঁ এটা মস্ত হামখুৰি খাই আহিছে। আৰু সেই হামখুৰিত তেওঁৰ সমগ্ৰ দেহটো ক্ষত-বিক্ষত হৈ গৈছে। তেওঁৰ ধেনুভিৰীয়া দেহটো যেন আৰু ধেনুভিৰীয়া হৈ আহিছে। নিচেই পুৰাতে লগ পোৱা ল'ৰাকেইটাই যেন আকৌ কিৰিলি পাৰি আঁতৰৰ পৰা চিঞৰিছে, "চা-বে, ধনুষ্টঙ্কাৰ—ধনুষ্টঙ্কাৰ।"

কুসুমৰ এইখিনি কথা বুজিবৰ আৰু বেছি সময়ৰ প্ৰয়োজন নহ'ল।



## নাইট কুইন

সন্ধিয়াৰ আগে আগে কানাইলাল নাৰ্চিংহোমৰপৰা ঘুৰি আহিল নিতু আৰু ভাস্কৰ বৰুৱা। চৰকাৰী বাসভৱনৰ সন্মুখত ভাস্কৰ বৰুৱাই গাড়ীখন ৰাখিলেহি। নিতু গাড়ীৰপৰা নামি যোৱাৰ লগে লগে ভাস্কৰ বৰুৱাই গাড়ীখন ঘুৰাই বিশ্বাশৰদে ওলাই গ'লগৈ। অবাক হৈ নিতুৱে সন্মুখলৈ চাই ৰ'ল।

বাৰাণ্ডাতে অলপ থমকি ৰ'ল নিতু। পূব আকাশত দশমীৰ জোনটো লাহে লাহে উজ্জ্বল হৈ আহিছে। লগে লগে সমগ্ৰ পৃথিবী ধৱল হৈ পৰিছে। টাবটোত নাইট কুইনৰ কলি চাৰিটা দেখাৰ দিন ধৰি নিতুৰ এটা দিনেই এপৰ যেন লাগিছিল। বহু আকাঙ্ক্ষিত এই দিনটো পাই নিতুৰ মনটো উতলা হৈ পৰিল।

ভিতৰলৈ সোমাই গ'ল নিতু। জুলাই মাহৰ ডিবৰু। দিনটো অত্যন্ত গৰম যদিও লুইতৰ চেঁচা বতাহে সন্ধিয়াটো শীতল কৰিছে। ৰাজু আৰু সঞ্জীৱ দুয়োটাই ওচৰৰ এচ্-ই-অ'ৰ ঘৰত খেলা-ধূলা কৰি আছে। বেডৰুমৰ দুৱাৰখন বন্ধ কৰি নিতুৱে চুইচটো টিপি দিলে। পোহৰত কোঠাটোৰ সকলো খিৰিকী-দুৱাৰ নিৰীক্ষণ কৰি ল'লে নিতুৱে। তাৰ পিচত তাই গাৰ কাপোৰবোৰ এটা এটাকৈ খুলি ড্ৰেছিং গ্লাছৰ সন্মুখত থিয় দিলেহি। সমগ্ৰ দেহৰ ভাঁজে ভাঁজে তাইৰ চকুযুৰি ওপঙি ফুৰিবলৈ ধৰিলে। দুটাকৈ সন্তানৰ মাতৃ হোৱা দেহটোৰ লগত তাইৰ আগৰ দহবছৰীয়া কুমাৰী দেহটোৰ কোনো পাৰ্থক্য দেখা নেপালে।

কাষৰ বাথৰুমত সোমাই পৰিল নিতু। নাৰ্চিংহোমৰপৰা অহাত তাই শৰীৰটো লেতেৰা অনুভৱ কৰিছিল। আজিৰ ৰাতিটোৰ কাৰণে তাইৰ যে কিমান কল্পনা নাছিল! নাইট কুইন কেইপাহ আজি ৰাতি ফুলিব। দুটা সপ্তাহৰ আগৰপৰা এই বিশেষ ৰাতিটো কেনেদৰে কটাব তাৰ যে কিমান জল্পনা-কল্পনা। কিন্তু আবেলি টেলিফোনটো পাই তাই গিৰিয়েক ভাস্কৰ বৰুৱাৰ সৈতে কানাইলাল নাৰ্চিংহোমলৈ যাবলগীয়া হোৱাত এই সকলোবোৰ জল্পনা-কল্পনা খেলি-মেলি লাগি গৈছে।

ছাৱাৰটো খুলি দিয়াত নিতুৰ গোটেই দেহৰ ওপৰেদি পানীৰ ধাৰবোৰ বাগৰি গ'ল। এক শীতল শান্তি তাই অনুভৱ কৰিলে। চিন্থল চাবোন টুকুৰাৰে ঘঁহি ঘঁহি তাইৰ মসৃণ দেহটো ফেনিল কৰি তুলিলে। লাহে লাহে আগুৱাই গৈ ছাৱাৰৰ তলত তাইৰ দেহটো পাতি দিয়াত চাবোনৰ ফেনবোৰ উটি-বুৰি যাবলৈ ধৰিলে। এখন শুভ্ৰ টাৱেলেৰে গোটেই গাটো মচি লৈ নিতু বাথৰুমৰপৰা ওলাই আহিল।

ৰাজু আৰু সঞ্জীৱে বাহিৰৰপৰা মা, মা, বুলি চিঞৰা সত্বেও নিতুৱে দুৱাৰখন খুলি নিদিলে। বাদামী ৰঙৰ শাড়ী আৰু ব্লাউজটো চুইট কেচৰপৰা উলিয়াই লৈ নিতুৱে নিয়াৰিকৈ পিন্ধি ল'লে। দুৱাৰৰ ওপৰত থকা শ্ৰীকৃষ্ণৰ মূৰ্তিটোৰ তলত কেইডালমান ধূপকাঠি জ্বলাই দিলে নিতুৱে।

কেইবাদিনৰ আগৰপৰা বাছি ৰখা ৰেকৰ্ড কেইখনৰ এখন বাছি লৈ ৰেকৰ্ডপ্লেয়াৰটোত দি পিনটো লগাই দিলে। কেইমুহূৰ্তমানৰ পিচতে ৰেকৰ্ডত গানৰ মধুৰ মূৰ্ছনা বাজি উঠিল।··· অকণো পলম নকৰাকৈ নিতুৱে দুৱাৰখন খুলি বাৰাণ্ডালৈ ওলাই আহিল। মেলো মেলো অৱস্থাত থকা নাইট কুইনৰ টাবটো দুহাতেৰে আলফুলকৈ দাঙি নি নিতুৱে বেড্‌ৰুমৰ এখন চাইড্‌ টেবুলত ৰাখিলেগৈ। নিতুৱে দেখিলে ৰাজু আৰু সঞ্জীৱে ইতিমধ্যে বেড্‌ৰুমত সোমাই ৰেকৰ্ড-প্লেয়াৰত বাজি উঠা গানৰ লহৰে লহৰে নাচিবলৈ লাগি গৈছে।



সিহঁতৰ উৎফুল্লতাৰ লগে লগে নিতুৰ মনো উৎফুল্ল হৈ উঠিছিল কিন্তু ক'ৰবাত যেন মনটো এক অপ্ৰত্যাশিত বেদনাত ঠেকা খাই সেই সকলোবোৰ ভাটাৰ দৰে ক্ৰমে নামি যাবলৈ ধৰিলে।

কাষৰ বিছনাখনত দীঘল দি পৰিল নিতু। বুকুৰ কোনোবাখিনিত তাই এক তীব্ৰ বেদনা অনুভৱ কৰিলে। ভাস্কৰে তাইক তেনেদৰে নমায়েই গুচি গ'ল কিয়? সিহঁত দুয়োৰে প্লেন আছিল নাইট কুইন ফুলিবৰ ৰাতিটো সম্পূৰ্ণ উজাগৰে কটাই আনন্দ উপভোগ কৰিব। কিন্তু সেই কথা জানিও ভাস্কৰ গুচি গৈছে।

ৰেকৰ্ডখন শেষ হোৱাৰ লগে লগে নিতুৱে ৰেকৰ্ড-প্লেয়াৰটো বন্ধ কৰি থ'লে। ৰাজু আৰু সঞ্জীৱক পঢ়িবলৈ লগাই দি নিতু শোৱনি কোঠালৈ সোমাই আহিল। নিতুৱে লক্ষ্য কৰিলে নাইট কুইন কেইপাহৰ পাহিবোৰ লাহে লাহে মেল খাই আহিছে। এটা মিঠা শুভ্ৰ গোন্ধ তাইৰ নাকত লাগিল। তাই ভাবিলে যেন চাৰিটা জ্বলন্ত তৰা আকাশৰপৰা খহি আহি নাইট কুইনজোপাত ওলমি পৰিছেহি। এই মুহূৰ্তত ভাস্কৰ তাইৰ কাষত থকাহেঁতেন তাইৰ যে কিমান ভাল লাগিলহেঁতেন!

ভাস্কৰে কিন্তু নিতুক সদায় সন্দেহৰ চকুৰে চাই আহিছে। কেতিয়াবা প্ৰকাশ্যে আৰু কেতিয়াবা অপ্ৰকাশ্যে। আবেলি অতনু দাশগুপ্তৰপৰা টেলিফোনটো পাই লৰালৰিকৈ ভাস্কৰৰ সৈতে কানাই-লাল নাৰ্চিংহোমলৈ গৈছিলগৈ। অতনু দাশগুপ্তক তাই পাট-গাভৰুতে পাইছিল। অতনুৰ দেউতাক সুধাংশু দাশগুপ্ত এছ-ডি-চি হৈ থকা কালতে তেওঁলোকে নিতুহঁতৰ কাষৰ ভাড়া ঘৰটোত আছিল। তেতিয়া তাই আছিল পাট-গাভৰু। অতনুহঁতৰ পৰিয়ালৰ মাজত আছিল নিতু মৰমৰ মৌচাক। তাইৰ বঙালি মনটোৱে সিহঁতৰ পৰিয়ালক সজীৱ কৰি ৰাখিছিল। অতনুৱে নিতুক বৰ মৰম কৰিছিল। কিন্তু চৰকাৰী চাকৰিয়াল কাৰণে অতনুহঁতৰ পৰিয়াল কেতিয়া ক'লৈ বদলি হৈ গৈছিল নিতুৰ মনত নাই।

সময়ত নিতুৰ দেহৰ ভাঁজে ভাঁজে যৌৱনৰ কল্লোল আহি পৰিলহি আৰু কলেজীয়া জীৱনৰ মাজতে এদিন নিতুৰ বিয়াহৈ গ'ল বি-ডি-অ' ভাস্কৰ বৰুৱাৰ লগত।

ইমান বছৰে অতনু দাশগুপ্তক তাই চকুৰে দেখা নাছিল অথচ সেই মানুহজনৰ সাগৰ সদৃশ হৃদয়খনৰ কথা নিতুৱে কোনোদিন পাহৰিব নোৱাৰিছিল। সেয়ে নিতুৱে যেতিয়া আবেলি অতনুৰ ফোনটো পালে তেতিয়াই ভাস্কৰক লৈ তাই কানাইলাল নাৰ্চিংহোম পালেগৈ। অতনুৱে নিতুক দেখাৰ লগে লগে বিছনাৰপৰা উঠি গৈ আবেগত সাৱটি ধৰিলেগৈ। দৃশ্যটো ভাস্কৰ বৰুৱাই সহজভাবে ল'ব নোৱাৰিলে।

অতনুৱে নিতুৰ ওচৰত হুক-হুককৈ কান্দি ক'লে, নিতু, মোৰ একো হোৱা নাই অথচ এই বান্দৰ ডাক্তৰবোৰে মোক চিম্পাঞ্জী বনাইছে। মই হেনো পাগল। এইবোৰ সকলো মিচ্ ডায়েগ্নচিচ। অকল টকাৰ ব্যৱসায়। মোৰ স্পাইনেল কৰ্ডৰপৰা পানী উলিয়াই বিষত তৎ নাইকিয়া কৰিছে। মাৰাত্মক ইনজেক্‌চন দেহত ভৰাইছে। এইবোৰ সকলো মিছা।। অকল টকা লাগে ইহঁতক বুজিছা!

অতনু দাশগুপ্তক অনেক বুজাই-বঢ়াই সন্ধ্যাৰ আগে আগে নিতু কানাইলাল নাৰ্চিংহোমৰপৰা ঘূৰিল। বাটত আহি থাকোঁতে ভাস্কৰ বৰুৱাক বৰ অন্যমনস্ক দেখি নিতুৱে অতনুহঁতৰ পৰিচয় আৰু অতনু কিয় মানসিক ৰোগত ভুগিছে ভাস্কৰক বুজাই কৈ আহিছিল। কিন্তু ভাস্কৰে যেন নিতুৰ কথাত একেবাৰে মন দিয়া নাই। তেওঁৰ মন যেন গাড়ীৰ ষ্টীয়াৰিং আৰু সন্মুখৰ ৰাস্তাৰ যানবাহনৰ ওপৰত ন্যস্ত আছিল। আহি থাকোঁতে নিতুৰ এষাৰ কথাত ভাস্কৰ বৰুৱাৰ হঠাতে ষ্টীয়াৰিং কাটি গৈছিল ; গাড়ীৰ গতি একেবাৰে মন্থৰ হৈ পৰিছিল। নিতুৱে কৈছিল, মানুহে মনে বিচৰা পত্নী গৰাকীক নেপালে বিয়া কৰোৱা উচিত নহয়। ভাস্কৰৰ মুখত কথা নাছিল যদিও এক বুজিব নোৱৰা দৃষ্টিৰে নিতুলৈ চাই পঠিয়াইছিল। ইতিমধ্যে গাড়ী আহি ভাস্কৰ



বৰুৱাৰ কোৱাৰ্টাৰৰ সন্মুখ পোৱাত ভাস্কৰে নিতুক নমাই গাড়ীখন ঘূৰাই লৈ বিত্নাশৰদে ওলাই গ'লগৈ।

সকলোবোৰ যেন কিবা খেলিমেলি হৈ গ'ল নিতুৰ। ভাস্কৰ মানুহটো গোঁৱাৰ ধৰণৰ। মনত কিবা এটা আচৰিত ধৰণে সুমুৱাই লৈ তাকে পাগুলি পাগুলি কেইবাদিনলৈ মানসিক অশান্তিত ভোগে আৰু শেষত নিজৰ ভুলটো বুজিব পাৰি মনটো ফৰকাল কৰে।

ৰাতি ৰাজু-সঞ্জীৰ দুয়োকে খুৱাই-শুৱাই নিতুৱে ভাস্কৰলৈ অপেক্ষা কৰি থাকিল। ৰেকৰ্ড-প্লেয়াৰটোত দুই-এখন করুণ গীতৰ ৰেকৰ্ড বজাই বজাই তাইৰ সাতাইশ বছৰীয়া জীৱনৰপৰা পিচলি যোৱা দিনবোৰৰ খতিয়ানখন মন আকাশত মোকোলাই চাবলৈ ধৰিলে। তাইৰ অবিবাহিতা কালছোৱা এইমাত্ৰ মেলখোৱা নাইট কুইন কেইপাহৰ দৰে উজ্জ্বল আৰু জাতিস্কাৰ হৈ আছিল। এই কালছোৱাত বিবাহিত জীৱনৰ মধুৰ কল্পনাবোৰ ভাবি ভাবি ভাল লাগিছিল। তাৰ পিচত তাই বিয়াৰ মেৰপাকত এদিন হঠাতে সোমাই পৰিছিল। কল্পনাৰপৰা বাস্তৱলৈ জঁাপ মাৰিলে। তাই অনুভৱ কৰিলে জীয়ৰী কালছোৱাই ছোৱালীবোৰৰ জীৱনৰ সৌন্দৰ্য্য আৰু সুখৰ সময়। এই বাস্তৱৰ মেৰপাকত পৰি মাজে মাজে কেতিয়াবা তাইৰ বিতৃষ্ণা আৰু বিচ্যুতিয়ে মন ভৰি পৰেহি।

ৰাতি গভীৰ হৈ অহাৰ লগে লগে নিতুৰ মন এক আতঙ্কৰে ভৰি পৰিল। ৰেকৰ্ড-প্লেয়াৰটো বন্ধ কৰি টেবুল লাইটটোৰ পোহৰখিনি নাইট কুইন কেইপাহত বিক্ষিপ্ত কৰি বাকী কোঠালীটোৰ লাইটবোৰ নুমাই দিলে। বিছনাত বাগৰি বাগৰি হেজাৰ প্ৰশ্নৰ উত্তৰ দি থাকোঁতেই বাহিৰত গাড়ী ৰখাৰ শব্দ শুনিলে নিতুৱে। ভাস্কৰ আহিছে। তাইৰ মনটো অলপ ফৰকাল লাগিল। গেৰেজত গাড়ী ভৰাই ভাস্কৰ আগুৱাই অহাৰ শব্দ পালে। সন্মুখৰ দৰজাখন খুলি দি নিতুৱে ভাস্কৰৰ মুখকৈ নোচোৱাকৈ অভিমানৰ সুৰত কৈ উঠিল : আহিলানে?

কোনো উত্তৰ নিদি ভাস্কৰ ভিতৰলৈ সোমাই গ'ল। হঠাতে নিতুৱে নাকত এটা বিকট গোন্ধ পালে। একে ঠাইতে নিতু থমকি ৰ'ল। ভাস্কৰৰ খোজৰ অস্থিৰতা দেখি নিতু হতভম্ব হৈ পৰিল। ভয়ে ভয়ে তাই বেডৰুম পালেগৈ। তাই দেখিলে ভাস্কৰে জোতা-মোজা নোখোলাকৈয়ে বিছনাত দীঘল দি পৰি আছে। ভাস্কৰৰ নিচেই কাষলৈ গৈ নিতুৰ চকু থৰ হৈ গ'ল। কোনোদিন সুৰাপান নকৰা মানুহজনে হঠাতে এই কাণ্ড কিয় কৰিলে? নিতুৱে ভাস্কৰক সাৱটি ধৰি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। আৰু ক'লে: কিয় তুমি এনে কৰিলা? অলপ নিস্তব্ধতাৰ পিচত ভাস্কৰে মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰালে। নিতুৰ কান্দোন দুগুণে চৰিল। ভাস্কৰে চকু দুটা মেলো-নেমেলো কৰি ক'লে: নাও, ইফ্ আই শ্লীপ্ আই ছেল্ শ্লীপ্ ফুল্ফিল্ড্। ক'ৰবাত যেন নিতুৱে এই দুশাৰি কবিতা পাইছিল। ক'ত যে পাইছিল? এই যে মনলৈ আহে—নাহে। হঁা, হঁা, বাচেলে আত্মজীৱনীত এডিথৰ উদ্দেশ্যে লিখিছিল। কিন্তু ভাস্কৰে তাৰে কি বুজাব খুজিছে?

নিতুৱে বুজিব পাৰিলে ভাস্কৰৰ কোনখিনিত দুখ। ভাস্কৰৰ এনে ব্যৱহাৰে নিতুক উদ্বিগ্ন কৰি তুলিলে। কিবা কৈফিয়ৎ লগাহেঁতেন নিতুৰপৰা বিচৰা দৰকাৰ আছিল। নিতুৱে গাত জোকাৰি জোকাৰি ভাস্কৰক ক'লে: তুমি যদি ইমানেই সন্দেহী আছিলা তেন্তে তুমি কিয় বিয়া কৰাই আন এটা প্ৰাণীক এনেদৰে তিলতিলকৈ হত্যা কৰিছা? তোমাৰ দৰে সন্দেহী মনৰ মানুহে বিয়া কৰোৱা উচিত নহয়। আৰু যদি বিয়া কৰায়ো তেওঁ জীৱনত কেতিয়াও সুখী হ'ব নোৱাৰে।

মদৰ ৰাগীয়ে ভাস্কৰক ভালদৰে ধৰিছিল। তথাপি নিতুৰ এই কথাত ভাস্কৰে উত্তৰ দিছিল থোকাথুকি মাতেৰে—এ লেডিজ ইমাজিনেচন্ ইজ্ ভেৰি ৰেপিত্; ইট জাম্পছ ফ্ৰম এড্মিৰেচন টু ল'ভ, ফ্ৰম ল'ভ টু মেট্ৰিমনি, ইন এ ম'মণ্টে। ক'ত পঢ়িছিল নিতুৰ



মনত নাই কিন্তু নিতুক উদ্দেশ্য কৰিয়েই যে ভাস্কৰে এই বাক্যটো গাইছে তাক বুজিবলৈ বাকী নাথাকিল নিতুৰ।

কানাইলাল নাৰ্চিংহোমৰপৰা ঘূৰি আহোঁতে গাড়ীত নিতুৱে ভাস্কৰক অতনুৰ মানসিক ৰোগৰ কাৰণটোৰ এটা থূলমূল ব্যাখ্যা দি আহিছিল। কুন্তলা নামৰ ছোৱালীজনীক বিয়া কৰোৱাহেঁতেন বোধহয় অতনু দাশগুপ্তৰ তেনে দশা নহ'লহেঁতেন। কুন্তলাক বিয়া কৰিবলৈ মাক-বাপেক দুয়োৰে বাধাৰ প্ৰাচীৰ আছিল আৰু তিক্ত হৈ অতনুৱে প্ৰতিজ্ঞা কৰিলে মাক-দেউতাক জীয়াই থকা কালত তেওঁ বিয়া নকৰায়। সেয়ে কুন্তলাৰ বিয়াৰ আগতে কুন্তলাই অতনুৰপৰা অনুমতি লৈছিল বিয়াৰ বাবে। কুন্তলাৰ এদিন আনৰ লগত বিয়া হৈ গৈছিল। এই ট্ৰেজেডীৰ পিচত অতনুহঁতৰ পৰিয়াল ক'লৈ কেতিয়া বদলি হৈ গৈছিল নিতুৰ মনত নাই। ইমানকৈ বুজাই দিয়া সত্বেও ভাস্কৰে নিতুক সন্দেহ কৰাৰ কোনো কাৰণ নাই।

ৰাতি শেষ হৈ আহিছিল। নিতুৱে উচুপি উচুপি কাষৰ বিছনাখনত আউলি-বাউলি হৈ কান্দিবলৈ ধৰিলে। এটা সময়ত তাইৰ দেহ অৱশ হৈ পৰিল আৰু টোপনিত নিমগ্ন হৈ পৰিল।

বাহিৰত কুকুৰাৰ ডাক শুনি ভাস্কৰ শোৱাৰপৰা কেৰমেৰকৈ উঠিল। মদৰ ৰাগীও ভাস্কৰৰ গাৰপৰা নাইকিয়া হৈ পৰিল। কাষৰ বিছনাখনত আউলি বাউলি হৈ পৰি থকা নিতুজনীক দেখি তাইক তেওঁৰ মৰম কৰিবলৈ বৰ মন গ'ল। ভাস্কৰ বিছনাৰপৰা উঠি নিতুৰ কাষলৈ যাব ধৰোঁতে নাইট কুইনৰ টাবটোত চাৰিপাহ নাইট কুইন মৰহি ওলমি থকা দেখি ভাস্কৰৰ মনটো সেমেকি গ'ল। এটা ৰাতিৰ ভিতৰতে ফুলি মৰহি যোৱা এই সুন্দৰ ফুলৰ জীৱনৰ চৰম ট্ৰেজেডীৰ কথা ভাস্কৰে ৰন্ধ্ৰে ৰন্ধ্ৰে উপলব্ধি কৰিলে। কোনো প্ৰভেদ তেওঁ দেখা নেপালে এই মৰহা ফুল আৰু তেওঁৰ জীৱনৰ ট্ৰেজেডীৰ মাজত।

ভাস্কৰ নিতুৰ নিচেই কাষ পালেগৈ। কিবা এটা অজানিত কাৰণত তেওঁ থমকি ৰ'ল। তেওঁ নিতুৰ শান্ত মুখখনলৈ চাই মুখৰ

ভিতৰতে ক'লে ঃ নিতু! অতনুৰ লগত মিছাতে তোমাক সন্দেহ কৰিছোঁ। প্ৰকৃততে মই নিজেই এটা কক্ষচ্যুত পগীয়া তৰা। প্ৰেমৰ ক্ষেত্ৰত শতেক মাৰখোৱা এটা ঢোৰা সাপ। তুমি ফুলি থকা এপাহ জীৱন্ত নাইট কুইন আৰু মই শেষ ৰাতিৰ মৰহা নাইট-কুইন এপাহ মাথোন।

বাহিৰত দহিকতৰা চৰাইৰ ফিচা দাড়ি চিঞৰাৰ শব্দ শুনি ভাস্কৰ নিতুৰ কাষৰপৰা ঘূৰি আহি নিজৰ বিছনাতে টলকা মাৰি পৰি থাকিল।



## ৰবাৰ্টৰ মেম

ৰাতিপুৱা শোৱাৰপৰা উঠি মেজৰ বৰবৰাই দেখিলে ৰবাৰ্ট তেতিয়ালৈকে শুয়ে আছে। সচৰাচৰ ৰবাৰ্টে পুৱা মিলিটাৰী বিকুল বজোৱাৰ বহুত আগতে বিছনা এৰে আৰু ঘৰৰ সন্মুখৰ আঠত্ৰিশ নম্বৰ ৰাষ্ট্ৰীয় পথেদি দুমাইলমান খোজ কাঢ়ে। প্ৰাতঃভ্ৰমণৰ লগৰী হিচাপে তেওঁৰ মৰমৰ ভূটীয়া কুকুৰ টমক লৈ যায়।

মেজৰ বৰবৰাই ব্ৰেকফাষ্ট কৰি অলপ সময় তেওঁৰ বাসভৱনৰ আগফালৰ বাৰাণ্ডাত অশান্তভাৱে থিয়াথি কৰিলে। মুখৰ পাইপ-টোত কেইটামান দীঘল হোপা দি অসংলগ্ন কথাবোৰ ভাবিবলৈ ধৰিলে। এটা মুহূৰ্তত মেজৰ বৰবৰাৰ মনলৈ ভাব আহিল, তেওঁ জীপখন লৈ মাৰ্ঘেৰিটাৰপৰা ঘূৰি আহিবগৈ। লেখাপানী মিলিটাৰী চাউনীৰপৰা মাৰ্ঘেৰিটাৰ দূৰত্ব কেইমাইলমানহে। মেজৰ বৰবৰাই ৰবাৰ্টক জুলুম দিয়া কথাটো নেভাবিলে। জীপখন নিজে গেৰেজৰ পৰা উলিয়াই মেজৰ বৰবৰাই আঠত্ৰিশ নম্বৰ ৰাষ্ট্ৰীয় পথেদি মাৰ্ঘেৰি-টালৈ বুলি ৰাওনা হ'ল।

জীপ মাৰ্ঘেৰিটাৰ পিনে গতি কৰি গৈ আছে। টিৰাপ নদীৰ পানী, কাষৰ পাহাৰৰ বিস্তীৰ্ণ পাদদেশ, সেউজীয়া গালিচা পৰা পাহাৰৰ টিলাত মনোমোহা কুটীৰবোৰ, ৰাষ্ট্ৰীয় পথৰ সমান্তৰালভাৱে পৰি থকা ৰেল লাইন—এই সকলোবোৰ মেজৰ বৰবৰাৰ বাবে চিৰনতুন।

লিডু পাৰ হৈ মাৰ্ঘেৰিটাৰ আই-বি পাই মেজৰ ববৰৰাই অনুভৱ কৰিলে, লেখাপানীৰপৰা মাৰ্ঘেৰিটা যেন নিমিষৰহে বাট। চাং বাংলাৰ ওপৰলৈ গৈ সন্মুখৰ আৰামী চকী এখনত বহি পৰিল মেজৰ ববৰৰা।

সুন্দৰ টিলাৰ ওপৰত এই চাং-বাংলা। কাষত চিৰসেউজ নামডাং চাহবাগান; সেইখন দিহিং নদী আৰু সেইখন দিহিঙৰ ওপৰত সাঁকো; লগতে ব্যস্ত জনপথ, দূৰৈত শাৰী শাৰী পৰ্বতমালা। কিন্তু এই চিন্তাবোৰৰ মাজতো যেন মেজৰ ববৰৰাই এক বিৰাট শূন্যতা উপলব্ধি কৰিলে। কি যেন এক অশান্ত জোৱাৰে মেজৰ ববৰৰাৰ মন-সমুদ্ৰ ঢোৱাই তুলিছে। যোৱাৰাতি-যেতিয়াই তেওঁৰ টোপনি ভাঙিছিল তেতিয়াই তেওঁৰ মন-সমুদ্ৰ কঁপি উঠিছিল। ৰবাৰ্টৰ কৰুণ মুখমণ্ডলৰ প্ৰতিচ্ছবিখনে তেওঁক ঘনে ঘনে আমনি দিছিল।

মেজৰ ববৰৰাই ভাবিলে, ঠিক আছে, ডঃ আয়েঙ্গাৰ তেওঁৰ বন্ধু। মানুহমাত্ৰেই বন্ধুৰ অভাৱ নাই। ডিগবৈৰ ক্লাবত এদিন মেজৰ ববৰৰা নামৰ এই মিলিটাৰী অফিচাৰজনৰ লগত ডিগবৈৰ এ-অ'-চিৰ পেট্ৰলিয়াম ইঞ্জিনীয়াৰ ডঃ আয়েঙ্গাৰৰ চিনাকি হৈ গ'ল। আৰু লগতে ডঃ আয়েঙ্গাৰে সৌজন্যৰ খাটিৰত মিছেছ আয়েঙ্গাৰৰ সৈতে মেজৰ ববৰৰাক চিনাকি কৰি দিলে। বচ্! কোনো নতুন কথা নহয়। এটা ক্লাবৰ ভিতৰত এইটো এটা নিত্য নৈমিত্তিক ঘটনা।

কিন্তু মিছেছ আয়েঙ্গাৰে এইটো কিয় সহজে লব নোৱাৰিলে? হয়তো মিছেছ আয়েঙ্গাৰে প্ৰথম দৃষ্টিতে মেজৰ ববৰৰা নামৰ মানুহ-জনক ভাল পাই পেলাইছিল। সেয়ে আয়েঙ্গাৰ দম্পতীয়ে মেজৰ ববৰৰাক এদিন নিজ বাসভৱনত ডিনাৰৰ বাবে নিমন্ত্ৰণ কৰিলে। নিৰ্দিষ্ট দিনা ডিনাৰ খালে। তাৰ পিচত এই একাঙ্কিকা নাটকৰ যৱনিকা পতন ঘটিব লাগিছিল, কিন্তু এখন নাটকৰ সূচনাহে কৰিলে।

মিছেছ আয়েঙ্গাৰে মেজৰ ববৰৰা নামৰ এই মানুহজনক কিয় ভাল পাই পেলালে? মিছেছ আয়েঙ্গাৰৰ কিহৰ অভাৱ? অৰ্থৰ? ডঃ



আয়েঙ্গাৰ ইঞ্জিনীয়াৰিঙৰ স্নাতক। তাতে চাৰি বছৰ বিদেশত থাকি পেট্ৰলিয়াম ইঞ্জিনীয়াৰিঙৰ ডক্টৰেট লৈ আহিছে, কোম্পানীৰ চাকৰি। মেজৰ ববৰৰাৰ দুগুণ দৰমহা পায়। মেজৰ ববৰৰাতকৈ ছ'চিয়েল ষ্টেটাছ ডঃ আয়েঙ্গাৰৰ বহুগুণে বেছি। ৰূপ আছে, যৌৱন আছে, অথচ মিছেছ আয়েঙ্গাৰ তাত সন্তুষ্ট নহল কিয়? এদিন ভাবিছিল আয়েঙ্গাৰ দম্পতীক তেওঁ বুদ্ধিৰে এবাই চলিব। কিন্তু এদিন তেওঁক আচৰিত কৰি ডিগবৈৰপৰা ৰবাৰ্টক লৈ মিছেছ আয়েঙ্গাৰ লেখাপানী মিলিটাৰী চাউনীত হাজিৰ। আৰু সিদিনাই মিছেছ আয়েঙ্গাৰে মেজৰ ববৰৰাক অধিকাৰ কৰি পেলালে।

এইবোৰ ভাবি মেজৰ ববৰৰাৰ মুখখন শুকাই গ'ল। আই-বিৰ চকীদাৰক মাতি পানী এগিলাচ খাই ললে। এনে এটা নিৰিবিলি পৰিবেশ মেজৰ ববৰৰাই বিচাৰিছিল। তেওঁ লেখাপানীৰপৰা অকলশৰে আহি মাৰ্ঘেৰিটা আই-বি পাইছেহি। সুদীৰ্ঘ পোন্ধৰটা বছৰ মিলিটাৰী বিভাগত চাকৰি কৰি কটাই দিছে। সেয়ে তেওঁ জীৱনৰ নিৰপত্তা নোহোৱাত মেজৰ ববৰৰাই বিয়াবাৰু নকৰালে। তাৰ বাবে তেওঁ অসুখী নহয়। জীৱনটো এটা সুনিপুণ খেলুৱৈৰ মনেৰে কটাই দিছে। কিন্তু যোৱাৰাতি ৰবাৰ্টক লৈ যিথিনি নাটকীয় দৃশ্যৰ অৱতাৰণা হল, তাকেই ভাবি মেজৰ ববৰৰা সম্পূৰ্ণ আতঙ্কিত হৈ পৰিছে।

আচৰিত কথা! মিছেছ আয়েঙ্গাৰৰ মনৰ ভাব এদিন যেতিয়া ডঃ আয়েঙ্গাৰে বুজি উঠিল, তেতিয়া বেচেৰাই ইমান ডাঙৰ চাকৰি এটা এৰি অসম ত্যাগ কৰিলে। সেয়ে মেজৰ ববৰৰাই সমগ্ৰ নাৰী জাতিটোকে ঘৃণাৰ চকুৰে চাই আহিছে। ৰবাৰ্ট বৰ সত্য। সি যোৱা ৰাতি কোৱা এটা কথা তেওঁৰ মনত পৰিছে—ক'ত পঢ়িছিল?—গ'ল্ড অব ডেয়াৰ বডিজত নে মূলাৰ'জ-ত? ঠিক মনত নাই—উইমেন আৰ নাথিং বাট পাব্লিক ইউৰিনেলচ্। হয়তো অতিশয়োক্তি, হয়তো বহুতো সঁচা। কিন্তু ৰবাৰ্ট ৰৈ গ'ল। অসমখন সি এৰিব নোৱাৰিলে। ৰবাৰ্টে ডঃ আয়েঙ্গাৰ, মিছেছ আয়েঙ্গাৰ আৰু তাৰ নিজ পত্নী বেবীক

ওচমানিয়া বিশ্ববিদ্যালয়লৈ পঠাই দি সি তুমাহ অসমত থাকিব বুলি ফাকি দি বৈ গ'ল।

ডঃ আয়েঙ্গাৰে ওচমানিয়া বিশ্ববিদ্যালয়ত শিক্ষকতা আৰম্ভ কৰিছেগৈ। সিহঁত মহাৰাষ্ট্ৰৰ মানুহ। বেবী মিছেছ আয়েঙ্গাৰৰ আয়া আৰু ৰবাৰ্ট ডঃ আয়েঙ্গাৰৰ ড্ৰাইভাৰ। ৰবাৰ্ট আৰু বেবী দুয়ো খৃষ্টীয়ান। এদিন ডিগবৈৰ গীৰ্জাত ৰবাৰ্ট আৰু বেবীৰ বিয়া হৈ গ'ল অতি সাধাৰণভাবে। সিহঁত সুখীয়েই আছিল। কিন্তু ৰবাৰ্ট সহজ-সৰল মানুহ। পৃথিবীৰ জটিলতাই তাক স্পৰ্শ কৰিব নোৱাৰিছিল।

ৰবাৰ্ট বৈ গ'ল অসমত কিছুদিনৰ বাবে। আৰু এদিন সেই ৰবাৰ্টেই মেজৰ বৰবৰাৰ কাষত আহি এটা চাকৰি বিচাৰি লেখাপানী পালেহি। মিছেছ আয়েঙ্গাৰৰ চিনাকিৰে ৰবাৰ্টে মেজৰ বৰবৰাৰ পাৰ্চনেল গাড়ীৰ ড্ৰাইভাৰৰ পোষ্টটো পালে। আৰু এই সুদীৰ্ঘ ছটামাহ মেজৰ বৰবৰাৰ লগতে সি কটাইছে।

মেজৰ বৰবৰাৰ কপালত ঘামৰ বিন্দুবোৰ জিলিকি উঠিল। তেওঁ জানিছিল ৰবাৰ্টে বেছিকৈ মদ খাবলৈ ধৰিছে। তেওঁৰ লগত থকা সময়খিনিত ৰবাৰ্টে অতিৰিক্ত মদ পান কৰিবলৈ আৰম্ভ কৰি দিছে। তথাপি ৰবাৰ্টে তাৰ দেহৰ ভাৰসাম্য হেৰুওৱা নাই। সি কামত ড্ৰাইভাৰ, যদিও পৃথিবীৰ সাহিত্যৰ লগত তাৰ পৰিচয় নিচেই আপোন। সস্তীয়া উপন্যাসৰপৰা আৰম্ভ কৰি সি বাইবেল শেষ কৰি দিছে। অসমত থাকি সি অসমীয়া ভাষাটো সম্পূৰ্ণ শিকি পেলাইছে।

আগৰ কেইদিন ৰবাৰ্টক লৈ মেজৰ বৰবৰাই নামৰূপ, নাহৰকটীয়া, তুলিয়াজান, ছৈখোৱাঘাট পৰিভ্ৰমণ কৰি যেতিয়া লেখাপানীলৈ ঘৰমুৱা হ'ল, তেতিয়া মেজৰ বৰবৰাই দেখিলে ৰবাৰ্টে কোনো কোনো ঠাইত গাড়ী নিয়ন্ত্ৰণ কৰিবলৈ পাহৰি গৈছিল। ডুমডুমাৰ ওচৰৰ বিছাকপি বাগানৰ মাজেদি আহোঁতে সি অলপ সময়ৰ কাৰণে আপোন পাহৰি গৈছিল। তাৰ পিচতে যেতিয়া মাকুম আলিয়েদি আহি থাকোঁতে সি



ৰাংডাং বাগানৰ কাষত থকা চাহাবৰ ক্লাবঘৰ আৰু বিস্তীৰ্ণ সেউজভূমি দেখিবলৈ পালে সেই মুহূৰ্তত যেন সি গাড়ীৰপৰা জাপ মাৰি পাৰিব। আৰু ৰাতি যেতিয়া লেখাপানী পালেহি, তেতিয়া ৰবাৰ্টে অতিপাত মদ পান কৰিলে। ৰবাৰ্টে চেতনা হেৰুৱাই মেজৰ বৰবৰাৰ আগত ঢলি পৰিলহি। বিৰক্ত হৈ মেজৰ বৰবৰাই এদিনৰ ভিতৰতে লেখা-পানীৰপৰা যাবলৈ তাক হুকুম দিলে। মেজৰ বৰবৰাই বহুতদিন ভাবিছিল ৰবাৰ্টক ওচমানিয়ালৈ পঠাবই লাগিব। ক্ষুদ্ৰ হ'লেও তাৰ এখন সংসাৰ আছে। তাৰ পত্নী বেবীৰ কোলাত এটা সন্তান আছে। সেয়ে মেজৰ বৰবৰা দৃঢ়প্ৰতিজ্ঞ হ'ল। কিন্তু ৰবাৰ্টে মদৰ জালত মেজৰ বৰবৰাক কৈ পেলালে—দেট্‌ছ চিম্পলি ইম্পচিবল্ চাব্। আই কাণ্ট্ লিভ্ ইউ। ইউ আৰ মাই ফাদাৰ, ইউ আৰ মাই এল্ডাৰ ব্ৰাদাৰ—এণ্ড অল্। আই হেট্ ডঃ আয়েঙ্গাৰ, মিছেছ আয়েঙ্গাৰ, বেবী টু। বেবী ? চি হেজ ফিনিচড্ মি টুটেলি। ওৱান্ ডে চি উইল ৰিপেণ্ট ফৰ হাৰ মিচ ডিডচ্ এণ্ড এট্ ডেট্ টাইম্ আৱাৰ টপ্ ক্লাচ ছোচাইটি উইল নেভাৰ কেয়াৰ ফ'ৰ হাৰ। ন' ন' চাব। মোক আপুনি এৰি নিদিব। মই ওচমানিয়ালৈ গৈ বেবী আৰু সেই সন্তানৰ মুখ চাব নোৱাৰিম। অল্ আৰ ননচেন্স্—শিক্ষিতলোক—চৰ্ব চাৰ্কাচৰ বাঘ। মুখা আছে কাৰণেই সিহঁত আমাতকৈ সমাজত বহুত ওপৰত। মুখ খুলিলেই সিহঁত হৈ পৰে একোটা ভয়াল পশু।

মদৰ ৰাগীত আত্মহাৰা হৈ ৰবাৰ্টে আকৌ কৈ উঠিল ঃ চাব, আমাৰ দৰে সৰু মানুহৰ মদ খাবলৈ পইচা ক'ত ? কিন্তু এই মদকণেইতো আমাক বচাই ৰাখিছে। এক বিশেষ কাৰণত জীৱনটো পাহৰি থাকিবৰ কাৰণেই মই মদ খাওঁ। ডঃ আয়েঙ্গাৰ—সেই পশুটোৱে মোক ৰাখিছিল নামমাত্ৰ কৰি, কিন্তু বেবী আৰু তাইৰ কোলাৰ কেঁচুৱাটো মোৰ নহয়—ডঃ আয়েঙ্গাৰৰ হে। কিন্তু সমাজত সিহঁত দুয়ো মোৰ বুলিয়েই স্বীকৃতি পাই আহিছে। মই কেতিয়াও আপো-নাক এৰি যাব নোৱাৰিম চাব্। মই ইয়াত অত্যন্ত সুখী। অসম—

এই সুন্দৰ অসম এৰি মই কলৈকো যাব নোৱাৰোঁ। মোক ম
কৰিব। মই আজিৰপৰা মদ কমাই খাম।

ৰবার্ট যোৱাৰ পিচত মেজৰ বৰবৰাই বহুত পৰলৈকে চকী এখ
বহি এইবোৰ কথাকে ভাবিছিল। নিজকে যেন একো বিশ্বাস ক
নোৱাৰিলে। গোটেই ৰাতি যেতিয়াই সাৰ পাইছে তেতিয়াই তে
মানসপটত ৰবার্টৰ করুণ অসহায় মুখমণ্ডলখন ভাঁহিছিল। কি এ
কারুণ্যই মেজৰ বৰবৰাৰ মেজাজী অন্তৰ ফুলৰ দৰে কোমল ক
তুলিছিল।

মেজৰ বৰবৰাই মাৰ্ঘেৰিটা আই-বিৰ সন্মুখত বহি আগৰাতি
সেই ঘটনাটোকে মনত পাগুলি পাগুলি শেষত জাপমাৰি চকীখ
পৰা উঠি লেখাপানীলৈ ঘূৰি আহিল। আহোঁতে বৰষুণৰ কণিৰ
বোৰ জীপৰ ফ্রন্টগ্লাছখনত পৰি ঘামৰ কণিকাৰ দৰে বিৰিঙি উঠিছিল।

লেখপানী পাই মেজৰ বৰবৰাই দেখিলে ৰবার্ট শোৱাৰপৰা
উঠিছে। তাৰ সমগ্ৰ মুখমণ্ডলত সতেজতা। ৰবার্টে ওচৰলৈ আ
মেজৰ বৰবৰাক এটা চালাম দি ক'লে: চাব্ কালি ৰাতি যি হৈ গ
তাৰ বাবে যেন ক্ষমা কৰে। সেইবোৰ যেন মনত নেৰাখে।
মাথোন ক'লে: চাব্! এভ্ৰিথিং ইজ্ ফাৰ্চ। অনলি দি ট্ৰুথ ই
লাইফ্। লাইফ্ ইজ এবাভ্ অল্। ৰবার্টে মেজৰ বৰবৰাক আ
এটা চালাম থুকি গুচি গ'ল।

সেই মুহূর্তত মেজৰ বৰবৰাই উপলব্ধি কৰিলে, তেওঁৰ মন-আকাশ
ইমানপৰে ওলমি থকা কলীয়া ডাৱৰবোৰ কোনোবা পিনে দৌ
পলাইছে। ৰবার্ট যেন তেওঁৰ নিচিনা মানুহতকৈ বহুত ওপৰত
এই সত্যটো আবিষ্কাৰ কৰোঁতে মেজৰ বৰবৰাৰ বেছি দে
নেলাগিল।



## বিবেকানন্দৰ ফাঁচী

ৰবীন পূজাৰীৰ লগত মোৰ অতবিলাক মতৰ অমিল থকা সত্ত্বেও
কিছুমান ক্ষেত্ৰত আমাৰ ধাৰণাবোৰ যে একে তাত অকণো সন্দেহ
নাই। বিশেষকৈ আমি দুয়োৱে ভগৱানৰ অস্তিত্ব মানি লৈছোঁ অথচ
ধৰ্মত আমাৰ অকণো বিশ্বাস নাই। ধৰ্ম আমাৰ কাৰণে এটা প্ৰহসন
মাথোন। সৰুতে ধৰ্মৰ অন্ধ বিশ্বাসবোৰ মোৰ মনত এনেদৰে শিপাই-
ছিল যে কেতিয়াবা কেতিয়াবা বিশেষ মুহূর্তবোৰত নিজেই পিছলি
পৰিব খোজো। যদিও ধৰ্ম আৰু ভগৱানৰ সম্বন্ধ একেবাৰে ওতঃ-
প্ৰোত, তথাপি এই কথা মানি লৈছোঁ যে ধৰ্ম হৈছে ঈশ্বৰৰ নামত
কোনো এক বিশেষ শ্ৰেণীৰ সুবিধাবাদী শোষকৰ কিছুমান ৰীতি আৰু
জীৱিকাৰ পন্থা।

চাকৰি জীৱনৰ আৰম্ভণিতে ৰবীন পূজাৰীক মই লগ পাইছিলোঁ
গুৱাহাটীৰ এখন হোটেলত। হোটেলৰ একেটা কোঠাতে আমি
কেইমাহমান বাস কৰিছিলোঁ। সি তেতিয়া বেঙ্কৰ একাউণ্টেণ্ট আৰু
মই আছিলোঁ জুনিয়ৰ ইঞ্জিনীয়াৰ। ইয়াৰ আগতে ৰবীনৰ লগত
মোৰ কোনো পৰিচয় নাছিল। ইয়াৰ পিচত আমি পৃথক হৈ চাকৰিৰ
তাড়নাত অসমৰ চুকে-কোণে ঘূৰিছোঁ আৰু সুদীৰ্ঘ নটা বছৰৰ পিচত
আমি যোৰহাটত লগ হলোঁহি। এই সুদীৰ্ঘ নটা বছৰ মই চৰকাৰী
বাসভৱনত কটাইছোঁ আৰু ৰবীনে হেনো চাকৰিৰ আৰম্ভণিৰেপৰা
হোটেলতে কটাইছে। কেইবা বছৰৰ আগতে সি বেঙ্কৰ ছেক্ৰেটাৰী

হৈছে, মোটা দৰমহা পায়, অথচ হোটেল জীৱনটোকে সি না
কাৰণত বাছি লৈছে। তাৰ অকাট্য যুক্তিও নথকা নহয়।

উদ্যোগ বিভাগৰ ভাৰপ্ৰাপ্ত ইঞ্জিনীয়াৰ হিচাপে যোৰহাটলৈ বদ
হৈ আহি গম পালোঁ ৰবীন ইলি হোটেলত থাকে আৰু যোৰহ
সমবায় বেঙ্কৰ ছেক্ৰেটাৰী কাম কৰে। খবৰটো পায়েই এদিন সন্ধি
ইলি হোটেলখন বিচাৰি উলিয়ালোগৈ। দুমহলীয়া হোটেলটে
তলতে হোটেল-বয় এটাক সুধিলোঁ ৰবীন পূজাৰী কোনটো ৰু
থাকে। বয়টোৱে ক'লে, ওপৰ মহলাৰ দহ নম্বৰ ৰুমত থকা বুলি
চিঞৰিয়েদি ওপৰ মহলাৰ পিনে আগুৱাই গৈ থাকোঁতে মোৰ ধাৰ
হ'ল—হোটেলখন নিশ্চয় অসমীয়া মানুহৰ। মোৰ দুটা কথাৰ ওপৰ
সদায় বিশ্বাস— প্ৰথমটো হৈছে, অসমীয়া মানুহক বিনাশ্ৰমে অর্থো
পাৰ্জন কৰিবলৈ লাগে, আৰু দ্বিতীয়টো হৈছে—অসমীয়া মানুহে
কোনোদিনে ব্যৱসায় কৰিবলৈ নিশিকিলে।

ইলি হোটেলৰ ওপৰ মহলাত উঠি বাৰাণ্ডাখনৰ পিনে গৈ
কৰোতেই মোৰ নাক দুৰ্গন্ধ বাষ্পৰে ভৰি পৰিল। ৰুমালখন জেপ
পৰা উলিয়াই নাকত সোপা দিলোঁ। চকুত পৰিল বাথৰুম আ
ছেনিটাৰী লেট্ৰিন।

বাৰাণ্ডাইদি আগুৱাই গৈ থাকোঁতে ৰুমবিলাকৰ নম্বৰবোৰ এটা
এটাকৈ মোৰ চকুত পৰি গ'ল আৰু অৱশেষত মই দহ নম্বৰ কোঠা
সন্মুখত থিয় দিলোঁ। দুৱাৰ খিৰিকী সকলো বন্ধ। হতাশ হলো
মই জনাত ৰবীনে বেঙ্কৰ বাহিৰা সময়খিনি ৰুমতে কটায়। কিন্তু এ
সুদীৰ্ঘ নটা বছৰত মানুহৰ পৰিবৰ্তন হোৱাটো একো অস্বাভাৱি
নহয়। ৰুমটোৰ ভিতৰত লাইট জ্বলা আছে। বাহিৰৰপৰা ভিত
দেখাৰ কোনো উপায় নাই। হঠাতে মই আৱিষ্কাৰ কৰিলোঁ যে
দুৱাৰত তলা লগোৱা নাই। কেইটামান টোকৰ মাৰিলোঁ—দুৱাৰ
ওপৰত। ভিতৰৰপৰা গুৰু-গম্ভীৰ মাত আহিল—'ইয়েছ্ প্লাজ্'
ৰবীনৰ কণ্ঠস্বৰ শুনি স্বস্তিৰ নিশ্বাস পেলালোঁ। ইচ্ছা কৰিয়েই দুৱাৰ



খোলাত দেৰি কৰিলোঁ। তাৰ পিচত লাহেকৈ দুৱাৰখন খুলি অকণ-
মান সোমাই গৈ থিয় দি ৰ'লো। সি ভূতে পোৱা মানুহৰ দৰে থৰ
লাগি চাই ৰ'ল। তাক দেখি মই ইমান আনন্দিত হৈছিলোঁ যে ধৈৰ্য্য
হেৰুৱাই দৌৰি গৈ মই তাক সাৱটি ধৰিলোগৈ। তাৰ হাতৰপৰা
কিতাপখন পকাৰ ওপৰত পৰিলগৈ। কিতাপখনলৈ চালোঁ। ৰঙীণ
বেটুপাতৰ ওপৰত লিখা আছে—নৰ-নাৰী। সি যেন একো বুজিবই
পৰা নাই। অবাক হৈ সি ক'লে: 'তই? ইয়াত?' মই উত্তৰ
দিলোঁ: 'অঁ! মই ইয়াত! যোৰহাটত।' সি অভিমানৰ সুৰত ক'লে,
'মই ভাবিছিলো, তই ইমানদিনে মৰি ভূত হৈ গলি বুলিহে। আচৰিত
কথা, তই ইমানদিনে কেনেকৈ বাচি আছ? ভগৱানৰ হিচাপ ভুল
হোৱা নাইতো?' উত্তৰত মই ক'লো: 'নহয়! তোৰ শ্ৰাদ্ধ খাবৰ
কাৰণেই মই বাচি আছোঁ।' দুয়ো হাঁহিলোঁ। মই বহি পৰিলোঁ।

ৰবীনে চাৰ্মিনাৰৰ পেকেটটো আগুৱাই দি ক'লে: 'হোপ এডাল
ইয়াৰে।' দুয়োৱে মুখত চিগাৰেট জ্বলালোঁ। মই কলোঁ: পিচে
এতিয়া 'নৰ-নাৰী'ত লাগিছ দেখোন?' সি ক'লে: 'আচৰিত হৈছ
নহয়? সেয়া বাইবেল আৰু এয়া নৰ-নাৰী। আগৰ ৰুচি মোৰ
নাই। এতিয়া পশ্চিমীয়া সস্তীয়া ডিটেকটিভ উপন্যাসবোৰ চলিছে।'

সি বাহিৰলৈ ওলাই গৈ বয় এটাৰ নাম কাঢ়ি মাতিলে আৰু
দুকাপ চাহ আনিবলৈ ক'লে। এই সময়খিনিতে মই তাৰ টেবুলৰ
ওপৰৰ কিতাপ কেইখনমানৰ নামবোৰ চালোঁ—দি ক্ৰাইচিচ্ অব্
ইণ্ডিয়া, দি কণ্টিনেণ্ট অব্ চাৰ্চি, এন এৰিয়া অব্ ডাৰ্কনেচ্, বিটুইন্
দি লাইনচ্, দি গিল্টি মে'ন অব্ নাইন্টিন ছিক্সটি টু, মেৰেজ এণ্ড
মৰেলচ্, হোৱাই আই এম্ নট্ এ খ্ৰীষ্টিয়ান্, অটবায়'গ্ৰাফী অব্
বাৰ্ট্ৰাণ্ড ৰাছেল, গ্ৰেটা...। এনেতে সি সোমাই আহি সেই
কিতাপবোৰ চোৱাৰপৰা মোক বিৰত কৰি ক'লে: 'সেইবোৰ বাদ
দে। কচোন, এতিয়া তোৰ দেহৰ খবৰ। দেহটো চলিছেনে ঠিকেই?
লগত মবাইল ফাৰ্মাচীখন আছেনে?' মই ক'লো: 'আছে।

কোনোমতে জীয়াই আছোঁ।' সি ক'লেঃ 'এটা কথা তই সদায় মনত ৰাখিবি। ডাক্তৰে পৰমায়ু দিব নোৱাৰে। ঔষধবোৰ খাই জীৱনটো ঘূণীয়া নকৰিবি। আচলতে কি জান? তোৰ মনৰ ইচ্ছা-শক্তিৰ বিলুপ্তি ঘটিছে। তোৰ সবাতোকৈ ডাঙৰ দোষ হৈছে তোৰ দুৰ্বল মনটো। তই জান। মোৰ হাই ব্লাড্‌প্ৰেচাৰ হ'ল। কিন্তু কোনো ডাক্তৰৰ ওচৰলৈ যোৱা নাই।' মই ৰবীনৰ কথাত উচপ খাই উঠিলো। ইমান কম বয়সতে তাৰ হাই ব্লাড্‌প্ৰেচাৰ···। নিমিষতে এক অজানিত কাৰুণ্যই মোৰ মনটো সেমেকাই পেলালে।

সি ক'লেঃ 'কিয় উচপ্ খালি? এই দেশত আমি ইমান দ্বন্দ্বৰ মাজত ইমানদিন জীয়াই থকাটোহে বৰ আশ্বৰ্য্যৰ কথা। তোক লগ পাই মোৰ ভাল হৈছে। বহুতো কথা আছে। মই সুধিলোঁঃ 'তই এতিয়াও হোটেলত? কাৰণটো কি?'

সি অলপ সময় বৈ আকৌ এটা চিগাৰেট জ্বলালে। তাৰ পিচত চিগাৰেটত এটা হোপা মাৰি কলেঃ 'নানান কাৰণত মই চাকৰিৰ এই পোন্ধৰটা বছৰ হোটেলতে কটাই দিছোঁ। আৰু ভাবিছোঁ চাকৰিৰ বাকী দিনবোৰো হোটেলতে কটাম। প্ৰথম কথা হৈছে জীৱনৰ ন ন অভিজ্ঞতা আহৰণৰ কাৰণে হোটেল জীৱন দৰকাৰ, আৰু দ্বিতীয়তে, চাকৰিত একনিষ্ঠ আৰু সাধু হলে হোটেল জীৱনটোৱেই আজিৰ যুগত শ্ৰেষ্ঠ উপায়। কিয়নো বিভাগীয় কৰ্তৃপক্ষই তোৰ ওপৰত নাৰাজ হবই আৰু ফলত তোক পোন্ধৰ দিনৰ অন্তৰে অন্তৰে বদলি কৰিলেও তোৰ কোনো অসুবিধা নহয়। এই ধৰ মই এতিয়া যোৰহাটৰ ইলি হোটেলত, কালিলৈ হয়তো গোৱালপাৰালৈ বদলি কৰিলে কোনোবা ইলা হোটেল আৰু পৰহিলৈ ডিব্ৰুগড়লৈ বদলি কৰিলে কোনোবা বেলা হোটেল অৰ্থাৎ মোৰ ট্ৰেন্সফাৰ অৰ্ডাৰ মানে মাথোন এখন হোটেলৰ চাইন ব'ৰ্ড বদলি হোৱা। চাকৰিৰ পোন্ধৰটা বছৰত কমেও মোৰ পঞ্চাশৰ কাচাকাচি বদলিৰ অৰ্ডাৰ হৈছে আৰু স্কুলৰ একান্ত বাধ্য ছাত্ৰৰ দৰে এই অৰ্ডাৰবোৰ শিৰোধাৰ্য্য কৰি লৈ



অসমৰ চুকে কোণে ঘূৰি ফুৰিছোঁ। মই যেন বিভাগীয় কৰ্তৃপক্ষৰ এটা সুন্দৰ ফুটবলহে। মোৰ দোষ—মই উপৰুৱা টকা নখটো যাৰ কাৰণে ওপৰ মহল মোৰ ওপৰত অসন্তুষ্ট আৰু সেয়ে মই তেওঁলোকৰ কাৰণে প্ৰধান অন্তৰায় হেনো। ভাবোঁ কেতিয়াবা চাকৰি বাদ দিম। কিন্তু সন্মুখ যুদ্ধত কাপুৰুষৰ দৰে পলোৱাৰ ইচ্ছা নাই। তলতীয়া কৰ্মচাৰীৰ ওপৰত কৰা অন্যায় আৰু অত্যাচাৰৰ কাৰণে মই জকি উঠো। সিও এক ঘাই কাৰণ। আনহাতে মোক চাকৰিৰপৰা বৰ্খাস্ত কৰিব নোৱাৰে, কাৰণ চতুৰ্থ শ্ৰেণী কৰ্মচাৰীৰ হেনো মই দেৱতা স্বৰূপ। ফলত এই বয়সতে চুলি পকিবলৈ আৰম্ভ কৰিছে দেখিছই। বয়সতকৈ মই যেন বহুত বুঢ়া হৈ গৈছোঁ।'

এনেতে বয়টোৱে দুকাপ চাহ লৈ আহিল। লৰাটোৰ গাৰ বৰণ আৰু পোচাকৰ অৱস্থা দেখি মই কলোঁঃ 'এইখন নিশ্চয় অসমীয়া মানুহৰ হোটেল, নহয়নে?' সি অলপ বৈ ক'লেঃ 'কিয়? কাপ কেইটাৰ ওপৰত বয়টোৰ টিপ চহী দেখি সুধিলি নেকি?'

মই চালোঁ। হয়, কাপ দুটাত বয়টোৰ লেতেৰা আঙুলিৰ মোহৰবোৰ জিলিকি আছে। ৰবীনে কলেঃ 'আচলতে কি জান? আমি অসমীয়া মানুহবোৰে ব্যৱসায় কৰিব নেজানো। এই হোটেলত তই এসাজ খাই যোৱাৰ পিচত পিচৰ সাজ খাবলৈ ৰচী লগাই আনিলেও হয়তো নাহিবি, অথচ হোটেলবোৰত ছিট পাবলৈ নাই।' এনে সময়তে এজন মিলিটেৰী অফিচাৰে এজনী খাচিয়ানী লৈ তাৰ সন্মুখেদি পাৰ হৈ গ'ল। সি ক'লেঃ 'ৰক্ষা! জোতাৰ গেৰেপ গেৰেপ শব্দ শুনিয়েই মই ভাবিছিলোঁ ই লম্ভিব এতিয়া। ইংৰাজীৰ কি ফুলজাৰি! মোৰ ৰুমত সোমালে ঘণ্টাৰ পিচত ঘণ্টা লেক্‌চাৰ মাৰিব ভাৰতৰ দুৰ্বল প্ৰশাসন-নীতিৰ ওপৰত আৰু দুৰ্নীতিৰ ওপৰত, অথচ সেয়া দেখিছই খাচিয়ানী আনিছে ৰাতিটোৰ কাৰণে। আচলতে কি জান? আমি সকলোবোৰ পাৰ্‌ভাৰ্‌টেড্ বুজিছ?'

অনিচ্ছাসত্বেও চাহৰ কাপত আমি মুখ দিলোঁ। সি ক'লেঃ

'মই অতপৰে কিবাবোৰ বলকিছোঁ! বাৰু কচোন, তই আজিকালি লিখাবোৰত ধৰিয়েই আছ নে?' মই আচৰিত হৈ ক'লোঁঃ 'মই নিয়মীয়াকৈ লিখি আছোঁ দেখোন। তই পঢ়া নাই নেকি?'

চাহৰ কাপত সোহা এটা চুকি সি ক'লেঃ 'বেয়া নেপাবি। আজি বহুত দিন মই অসমীয়া কোনো আলোচনী, সংবাদ-পত্ৰ আদি পঢ়া নাই। এয়া মোৰ স্বভাৱী নহয় বুজিছ? আচলতে আমাৰ সাহিত্যত এক জঠৰতা আহি পৰিছেহি। আৰু সেয়ে সাহিত্যৰ নামত কিছুমান "অখাদ্য" সৃষ্টি হৈছে। সাহিত্য সভাখন মেলাত পৰিণত হোৱা দেখিছই। আমাক এতিয়া মৌলিক আৰু সৃষ্টিশীল সাহিত্যৰ দৰকাৰ। এই সকলোবোৰ সাহিত্যিক আৰু সাংবাদিকৰ ওপৰত নিৰ্ভৰ কৰিছে। এই ধৰ—এজন সাহিত্যিকে এখন সাগৰৰ উপকূলত থিয় হৈ সাগৰৰ অনন্ত জলৰাশিৰ বৰ্ণনা দি গৈছে। তেওঁৰ মন সাগৰৰ পানীৰ উপৰিভাগতে ব্যাপ্ত। কিন্তু সাগৰৰ গভীৰতাখিনি আৰু সাগৰৰ তলিত মাণিক থকা কথাটো তেওঁৰ মন সমুদ্ৰৰপৰা বাহিৰত। এইখিনি অনুভূতি নতুবা উপলব্ধিৰ তেওঁৰ অভাৱ। আচলতে কি জান? ইন্‌ট্ৰ'স্পেক্‌চন নেথাকিলে প্ৰকৃত সাহিত্য সৃষ্টি নহয়। বীৰেন ভট্টৰ বাহিৰে এই অন্তৰ্দৰ্শন মই দেখাত আমাৰ সাহিত্যিকসকলৰ ৰচনাত নাই। আনহাতে পৰিৱেশৰ অভিনৱত্ব আৰু সূক্ষ্ম অব্‌জাৰ্ভেচন্‌ অকল আমি ভবেন শইকীয়া আৰু মহিম বৰাৰ গল্পতহে পাইছোঁ। অৱশ্যে সাংবাদিকসকলৰ ভূমিকা এই ক্ষেত্ৰত অত্যন্ত তাৎপৰ্য্যপূৰ্ণ। কিন্তু অসমত সাংবাদিকৰ মূল্য ক'ত? বীৰেন ভট্টই কি পালে? যিজনে আমাৰ সাহিত্য জগতলৈ এক ট্ৰেন্‌জিচন্‌ অনালে বিশেষকৈ আধুনিক কবিতাৰ ক্ষেত্ৰত, আজি সেইজন লোক এক ভয়াল অন্ধকাৰৰ পথেদি আগুৱাব লাগিছে। এতিয়া অসমীয়া সাহিত্যই বোল, কলা-সংস্কৃতিয়ে বোল, সকলোতে অবাধ অৰাজকতা চলিছে। একেজন মানুহেই প্ৰযোজক, সঙ্গীত পৰিচালক, টেক্‌নিচিয়ান্‌, স্ক্ৰীপট্‌ ৰাইটাৰ আদি সকলো হবলৈ গৈ



অসমীয়া কথাছবিবোৰ তেল কৰি পেলাইছে। আচলতে কি জান? আমি অসমীয়াবোৰে আনৰ ৰচনাক স্বীকৃতি দিবলৈ টান পাওঁহঁক। আৰু আমি বৰ ঈৰ্ষাপৰায়ণ। প্ৰতিযোগিতা বোলা কথাষাৰ আমাৰ মাজত অভাৱ। নৱ বৰুৱাৰ দৰে কবি আজি নিমাত কিয়? আনহাতে কেইজনমান প্ৰচুৰ সম্ভাৱনা থকা চুটি গল্প লিখকে অৰ্থলিপ্সু হৈ সম্পূৰ্ণ উপন্যাস লিখিবলৈ গৈছে, অথচ সেইবোৰে উপন্যাসৰ শাৰীতো ঠাই নেপায় আৰু দীঘল গল্পও নহয়। ফলত এই গল্প লিখকসকল শ্ৰেষ্ঠ গল্প লিখকৰ শাৰীৰপৰা খহি পৰিছে। যিহকে মন যায় লিখি কিছুমান অখাদ্য সৃষ্টি কৰিলেই সাহিত্যিক হ'ব নোৱাৰে। নহ'লে একেৰাতিতে সকলো সাহিত্যিক হৈ গ'লহেঁতেন।

এনেতে দুজন ল'ৰা আমাৰ কোঠালৈ সোমাই আহিল। সিহঁতে মোৰ উপস্থিতিক আওকাণ কৰি ৰবীনলৈ চাই কলেঃ পূজাৰী দাদা! আমাৰ ৰুমটোত থাকিব নোৱাৰা হৈছোঁ। মিলিটেৰী অফিচাৰজনে বৰ গণ্ডগোল লগাইছে।

মই অপ্ৰস্তুতভাৱে ৰবীনলৈ চালোঁ। এই অভিযোগ ৰবীনৰ ওচৰত কিয়? সি তো হোটেলৰ মালিক বা মেনেজাৰ একো নহয়। ৰবীনে ল'ৰা দুজনক ক'লেঃ 'বাৰু, তোমালোক যোৱা। মই গৈছোঁ।' ল'ৰা দুজন ৰুমৰপৰা ওলাই যোৱাত ৰবীনে মোলৈ চাই ক'লেঃ 'এই ল'ৰা দুজনে কলেজ হোষ্টেলত ছিট নেপাই এই হোটেলতে আছে। জে-বিত পঢ়িছে। কিমান সমস্যা বুজিছ? যোৱা কেইদিনমান ৰাতি মই শুবই পৰা নাছিলোঁ। আজি কেই-দিনমানৰ আগতে মোৰ কাষৰ সেই এঘাৰ নম্বৰ ৰুমলৈ এযোৰ মানুহ আহিল। চিনাকি দিলে বাপেক-জীয়েক। মানুহজনৰ বয়স ষাঠিৰ ওচৰ আৰু ছোৱালীজনীৰ বয়স হাৰ্ডলি যোল্ল। কিন্তু আমি মানুহ মানুহেই। মানুহ কেতিয়াও দেৱতা হব নোৱাৰে। এখন হোটেলৰ এটা কোঠাত এখন বিছনাত ঋষি-পিতৃ আৰু সতী-জীয়ৰী। সিদিনা অলপ পলমকৈ শুলোঁ যদিও একমান বজালৈকে টোপনি অহা

নাছিল। আচৰিত কথা, ৰাতি বাৰমান বজালৈকে সিহঁতৰ কোনো মাতবোল সাৰ-সুৰ নাই। হঠাৎ মাজৰাতি সেই কমৰপৰা ফুচ্-ফুচনি আহি মোৰ কাণত পৰিলহি আৰু লগে লগে মোৰ প্ৰেচাৰটো বাঢ়ি গ'ল। মোৰ বুকুখন উঠা-নমা কৰিবলৈ ধৰিলে। তাৰ পিচতে মোৰ সমস্ত সন্দেহ দূৰ হ'ল। এজন কেমেষ্ট্ৰীৰ ছাত্ৰই কেমেষ্ট্ৰী লেবৰেটৰীত এটা কমপ্লেক্স চল্ট পৰীক্ষা কৰি উলিয়াই যিখিনি ত্ৰাণ পায় মোৰ অন্তৰেও সেইখিনি উপলব্ধি কৰিলে। কিন্তু আচৰিত কথা কি জান? এই বৃদ্ধ মানুহজনেই দিনত মোৰ কমলৈ আহি সুন্দৰভাৱে কথা পাতে। অকণো কুণ্ঠাবোধ নাই। ৰাতিৰ অন্ধকাৰত সেই মানুহজনেই হৈ পৰে এক ভয়াল পশু। জীয়েকৰ হেনো ইউটেৰাচৰ দোষ। তেজপুৰৰপৰা আনি যোৰহাট পোৱাইছেহি। পিচত ডাক্তৰ পঙ্কজ ছুৰবাৰপৰা জানিব পাৰিলোঁ ছোৱালীজনীক এগৰাকী লেডী ডাক্তৰে কৃতকাৰ্য্যতাৰে গৰ্ভপাত কৰিলে। এই ষাঠি বছৰীয়া মানুহজনৰ কিহৰ অভাৱ বাৰু? এয়া কি পাৰ্‌ভাৰ্‌চন্ নহয়? জীৱনটোক উপলব্ধি কৰিবলৈ কিছুদিন হোটেলত থাকহি। বিচিত্ৰ জীৱনৰ বিচিত্ৰ ভাও ইয়াত দেখিবলৈ পাবি। মই এসময়ত বেয়া আছিলোঁ, কিন্তু বয়সৰ ঠেকাত সংশোধিত হৈ আজি মই জীৱনৰ এনে এটা স্তৰত ভৰি দিছোঁ যাৰ কথা ভাবি মই পৰম তৃপ্তি লভিব পাৰিছোঁ। ধৰ্মৰ অন্ধ-বিশ্বাসবিলাকে মানুহক কাপুৰুষ কৰে আৰু অৱচেতন মন কলুষিত কৰে। ৰাছেলৰ হোৱাই আই এম্ নট এ খ্ৰীষ্টিয়ান্ নামৰ গ্ৰন্থখনে মোৰ জীৱনত দকৈ সাঁচ বহুৱাইছে আৰু মই মানিবলৈ বাধ্য হৈছোঁ ধৰ্মই আমাক কাপুৰুষ, ভীতু কৰে আৰু ইয়েই আমাৰ উন্নতিৰ প্ৰধান অন্তৰায় স্বৰূপ। আনহাতে ৰাছেলৰ দৰে মই এজন এগ্‌নষ্টিকো নহওঁ।'

ইয়াৰ পিচতে আমাৰ কথা বন্ধ হ'ল। ৰবীনে উঠি ক'লে: তই এতিয়া যাগৈ। মোৰ আচল সমস্যাটো বুজিব পাৰিছই নিশ্চয়। মিলিটেৰী অফিচাৰৰ সমস্যা। ময়ে সমাধান কৰিব লাগিব। ৰাতিও



হৈ আহিল। অ' এটা কথা। মই তোক অতপৰে সোধাই নাই। তই ক'ত উঠিছহি?' মই চিনামৰা উদ্যোগপামত বুলি কলোঁ আৰু তিনি নম্বৰ কোৱাৰ্টাৰত থকা কথাটো কলোঁ। সি ক'লে: কালিলৈ আহিবি। মোৰ বেঙ্ক জিলা পুথিভৰালৰ মুখে মুখে থকা ঘৰটোৱেই।

পিচদিনা শিৱসাগৰ উদ্যোগ পাম চাবলৈ যাম বুলি চিনামৰাৰ পৰা ওলাই আহিলোঁ। ৰবীনৰ অফিচত এবাৰ সোমাই যোৱাৰ মতলব। অফিচটো বিচাৰি তাৰ কমলৈ সোমাই পৰিলোঁ। মূৰত গান্ধী টুপী, গাত খদ্দৰৰ পোছাক পিন্ধা মানুহ এজনৰ লগত ৰবীনৰ উত্তপ্ত তৰ্কাতৰ্কি চলিছে। মই বৰ অসুবিধাত পৰিলোঁ। সি মোক বহিবলৈ দিবলৈকে পাহৰি গৈছে। মই নিজে লৈ তাৰ কাষৰ চকী এখনত বহিলোগৈ আৰু অন্যমনস্কতা দেখুৱাবলৈ মই যৎপৰোনাস্তি চেষ্টা কৰিলোঁ, যেন সিহঁতৰ বাক্-বিতণ্ডাৰ বিষয়বস্তুৰ প্ৰতি মোৰ সম্পূৰ্ণ বিৰাগ। ৰবীনৰ সন্মুখত থকা ছেক্ৰেটেৰীয়েট টেবুলখনৰ ওপৰত মোৰ দৃষ্টি গ'ল। দেখা পালো এখন ছবি। স্বামী বিবেকানন্দৰ। টেবুলত সুন্দৰকৈ সন্মুখতে ৰাখিছে। মই ভাবিলোঁ ৰবীন হয়তো স্বামীজীৰ ভক্ত হৈছে।

এনেতে সিহঁতৰ তৰ্কই সীমা চেৰাই যোৱা মই দেখিবলৈ পালোঁ। গান্ধীকেপ পিন্ধা মানুহজনে ৰবীনলৈ আঙুলি জোকাৰি কৈ গ'ল: 'মই যদি বেকোৰাম বৰা হওঁ তেন্তে দেখিম আপোনাক।' ৰবীনেও খঙতে কলে: 'যাওক, আপুনি একো ৰাম বৰা নহয়। কি ডাল কৰিব?' মানুহজন গুলী খোৱা বাঘৰ দৰে তাৰ কোঠাৰপৰা পলাল।

ৰবীনৰ সমগ্ৰ মুখমণ্ডলত ঘামৰ কণিকাবোৰ জিলিকি উঠিল। সি যেন এটা সিংহহে, খঙত হামৰাও কাঢ়িছে। অলপ সময় সি নিৰ্বাক হৈ ৰ'ল। কপালৰ ঘামবোৰ মচি সি কলে, 'এই যে দেখিছ খদ্দৰ পোছাকযোৰ, এই যোৰেই এতিয়া কিছুমান ঘটিবাম-বাটিবামৰ ৰক্ষা-কবচ হৈছে। এই শ্ৰেণীৰ মানুহেই দেশখন বিক্ৰী কৰিলে বুজিছ?

মোৰ ওপৰৱালাও সেই বিধৰেই। ট্ৰাঙ্ককল্ কৰি মোক নির্দেশ দিছে এই মানুহটোক এক লাখ টকা ঋণ দিব লাগে, অথচ কোনেও লিখি দিবলৈ সাহস নকৰে। মই জানো এই মানুহটোক লাখ টকা ঋণ দিলে পানীত পেলোৱাৰ বাহিৰে একো নহয়। কওঁ শুন। এই মানুহজনে মোক কালি লৈ গৈছিল তেওঁৰ পৰিকল্পনা দেখুৱাবলৈ। মই কথমপিহে সাৰি আহিছোঁ। পোহ্মৰজনী তজবজীয়া গাভৰু ছোৱালীক শিপিনী কৰি ৰাখিছিল। আৰু মোক যি কাৰণে মাতি নিছিল সেই সকলোবোৰ তল পেলাই এই পোহ্মৰজনীৰ কবলত পেলাইছিলগৈ। বাৰুকে ভগৱানে সৰকাই আনিলে। এই মানুহটো এটা পিম্প্ বুজিছ! গাত খদ্দৰৰ পোছাক অথচ তাৰ কাৰবাৰবোৰ ঘৃণনীয়। ওপৰ মহল তাৰ হাতৰ মুঠিত। কি কৰিবি, দেশখন ডুবিল। কেইটামান বেঙ্ক ৰাষ্ট্ৰীয়কৰণ কৰিলেই দেশখন গণতান্ত্ৰিক সমাজবাদৰ পিনে আগুৱাই যাব নোৱাৰে। আহ, তোক এটা সুন্দৰ উদাহৰণ দিওঁ।' এইবুলি ৰবীন বহাৰপৰা উঠি আহিল আৰু মোক লৈ সি বেঙ্কৰ সন্মুখত থিয় দি তাৰ দক্ষিণ-পশ্চিমমুৱা হৈ মোক আঙুলিয়াই দেখুৱালে। সি ক'লে: সেই হোটেলখনৰ কিনাৰত থকা চুৱাপাতনিত মানুহটো দেখিছ নে? অফিচলৈ আহোঁতে মোৰ চকুত পৰিল। মই প্ৰথমে বিশ্বাসেই কৰিব পৰা নাছিলোঁ। বিবস্ত্ৰপ্ৰায় মানুহটো। মুখ মলিন, অসংযত দীঘল ডাঢ়ি, মূৰত জঁট লগা চুলি, এখন ক্ষুধাতুৰ মুখ। ৰক্তহীন এটা লেতেৰা দেহ। মানুহটো দেখি প্ৰথমে মোৰ সন্দেহ হৈছিল মানুহটো অসুস্থ বুলি। কিন্তু পিচ মুহূর্ততে মই ভাবিলোঁ অসুস্থ মানুহে চুৱা-পাতনিখন বিচাৰি উলিয়াব পাৰে জানো? সি চুৱা-পাতনিৰপৰা এটা এটাকৈ এতিয়াও সেয়া ভাত বুটলি খাই থকা দেখিছই।'

ৰবীনৰ পিনে মই চাই থৰ লাগিলোঁ। মোৰ মন-সাগৰ যেন এক প্ৰচণ্ড ধুমুহাই কঁপাই তুলিলে। সঁচাকৈয়ে সেইটো মানুহে চুৱাপাতনিৰ ভাত বুটলি গলিয়াব লাগিছে। ৰবীনে ক'লে: 'এই দেশত আশ্চৰ্য্যৰ কোনো সীমা নাই। বাতৰি কাকতত দেখিছ অহা বছৰ হেনো আমাৰ দেশ খাদ্যৰ ক্ষেত্ৰত আত্মনিৰ্ভৰশীল হ'ব আৰু পাঁচ বছৰৰ পিচত আমাৰ দেশৰপৰা পাঁচ লক্ষ টন চাউল বিদেশলৈ ৰপ্তানি কৰিব। সেয়া চকুৰ আগত এটা জ্বলন্ত উদাহৰণ দেখিছই। দেশৰ লাখ লাখ মানুহে দুবেলা দুমুঠি খাবলৈ নেপায়, অনাহাৰী বস্ত্ৰহীন হৈ কত মহানগৰৰ ফুটপাথত অঘৰী জীৱন যাপন কৰিছে। সেইবোৰ আমাৰ গণনাৰ বাহিৰত। আনহাতে আমাৰ দেশৰ কৰ্ণধাৰসকলে দেশখন সমাজবাদৰ পিনে আগুৱাই গৈছে বুলি কৈ মুখৰ এছাল এৰুৱাইছে।'

ৰবীনৰ চকুত শিখা দেখি মই ভাবিলোঁ—ৰবীনৰ মেজাজ আজি ভাল নহয়। মোৰো দেৰি হ'ল। তাক কলোঁ: 'মই শিৱসাগৰলৈ যাওঁ, দেৰি হ'ল। আকৌ লগ পাম।' সি ক'লে: 'যাগৈ। এই-বিলাক চিন্তা কৰি অকাল মৃত্যু চপোৱাৰ বাহিৰে একো নাই।'

কেইদিনমান ৰবীনৰ ওচৰলৈ যাব পৰা নাই। ওপৰৰপৰা হেঁচা দিছে চিনামৰা উদ্যোগ পামৰ ঘৰবোৰ সোনকালে উলিয়াই দিব লাগে। মই জানো উদ্যোগ কি হ'ব। কিছুমান ভুৱা উদ্যোগপতিৰ জেপলৈ লাখ লাখ টকা ছটিয়াই দিয়া হব। তথাপি চৰকাৰৰ কাম আৰু দায়িত্ব পালন কৰিবই লাগিব। কামত এই কেইদিন বৰ ব্যস্ত।

হঠাতে এদিন পুৱাই ৰবীন মোৰ ওচৰ পালেহি। সি মোক সাৱটি ধৰি ক'লে: 'সত্যেন যাওঁ দেই। বাটত টেম্প'খন ৰখাই আহিছোঁ। টেম্প'ত অন্য যাত্ৰীও আছে। তোক মাত লগাই যাবৰ কাৰণেই সোমালোঁ। তোৰ লগত ঢেৰ কথা আছিল। এই কেইদিন তই নগলিয়েই দেখোন! মোৰ কৰিমগঞ্জলৈ বদলিৰ অৰ্ডাৰ জৰুৰী তাঁৰযোগে আহিছে। সেই গান্ধী টুপীয়ে, সিয়েই অৰ্ডাৰ কৰালে। এতিয়া সাতটা পয়ত্ৰিশত মৰিয়নী ট্ৰেনত উঠিব লাগিব। যাওঁ ভাই......।' মই অতপৰে সৰগ পৰা মানুহৰ দৰে থিয় হৈয়েই থাকিলোঁ। মই যেন একো বিশ্বাস কৰিব পৰা নাই। সকলোবোৰ

সপোন সপোন লাগিল। সি মোৰ হাতখনত এটা চুমা খালে। ক'লে ঃ 'গুড বাই।'

মই প্ৰশ্ন কৰিলোঁ ঃ 'তোৰ লাগেজ-পত্ৰবোৰ ? সি হাঁহি হাঁহি কৈ গ'ল ঃ 'অ হ'ণ্ডলটো আৰু ট্ৰাঙ্কটোৰ কথা কৈছ ? টেম্প্‌তে ভৰাই আনিছোঁ। চিঠি দিবি দেই। মই গৈ ঠিকনা দিমগৈ। এইবাৰ হয়তো কৰিমগঞ্জৰ কোনোবা বিলি হোটেল। বাই···বাই···' দৌৰি যাওঁতে ৰবীনে চিঞৰি চিঞৰি কৈ গ'ল।

এক নিৰ্জীৱ পদাৰ্থৰ দৰে একে ঠাইতে কিমান সময় মই থিয় দি আছিলোঁ মনত নপৰিল।



## শূৰ্পনখা

নন্দিতাই বিয়ালৈ অহা মানুহবোৰৰ মাজেৰে দুই-এবাৰ এনেয়ে অহা-যোৱা কৰিলে। বিয়ালৈ অহা সকলো মানুহক দেখা কৰাটো তাইৰ কোনো প্ৰয়োজন নাই। অৱস্থাৰ বশবৰ্তী হৈহে তাই এইখন বিয়ালৈ আহিছে। ডাঙৰ বায়েক মঞ্জিৰাৰ ডাঙৰ জীয়েক চিঙ্কুৰ বিয়া। সেয়ে তাই জোৰোণৰ দিনাই গুৱাহাটীৰপৰা নগাওঁ পালেহি। দুৰ্বহ দুটা দিন পাৰ হৈ গৈছে। আজি তৃতীয় দিন। বিয়াৰ দিন। আবেলিৰপৰা বিয়াঘৰখন উখল-মাখল লাগিছে। ধনী মানুহৰ ছোৱালীৰ বিয়া। কোন আহিছে কোন গৈছে হিচাপ নাই। নন্দিতাই ইমানবোৰ মানুহক চিনি পোৱা বা চিনাকি হোৱাৰ কোনো প্ৰয়োজন নাই। যোৱা দুদিন তাই চিঙ্কুহঁতৰ ঘৰৰ পূবফালৰ সৰু ঠেক কোঠা-টোত সোমাই অকলে অকলে কিতাপ পঢ়ি সময়বোৰ কটাই দিছে।

নন্দিতাই ভাবিছিল অন্ততঃ বিয়াৰ দিনা তাই সেই গেলেপা মৰা কোঠাটোত সোমাই থাকিলে বায়েকেই বা কি নকব ! সেয়ে বায়েকে বেয়া পাব নোৱাৰাকৈ মাজে মাজে তাই বায়েকক গা দেখুৱাবৰ কাৰণেই বাহিৰলৈ আহে। আৰু যেতিয়া তাই বাহিৰলৈ ওলায় তেতিয়াই তাই অনুভৱ কৰে ৰভাতলীৰ টিউব লাইটৰ বিক্ষিপ্ত স্নিগ্ধ পোহৰবোৰ যেন তাইৰ দেহৰ ভাঁজে ভাঁজে সোমাই তাইক কিল্‌বিলাই দিয়ে। অকাৰণে তাইৰ বুকুৰ কোনোবা অঞ্চলত শিৰশিৰাই উঠে। তাই সহিব নোৱাৰি আকৌ সেই গেলেপা মৰা কোঠাটোত সোমাই গ'ল।

এই কোঠাটোত কি যে নাই! ঘৰখনৰ পুৰণি শাড়ী-মেখেলাবোৰ কাষৰ আল্‌নাকেইডালত দ'ম খাই আছে। আল্‌নাৰ তলৰ থাকত পুৰণি নতুন জোতা-মোজা, ব্ৰাছ আদিৰে ভৰা। তাৰ কাষতে বিছনাখন। তাৰ ওপৰতো লেপ-তুলিৰে ভৰা। বিছনাৰ কাষতে লগাকৈ কাঠৰ টেবুলখনত কিতাপৰ দ'মেৰে টেবুল ভৰা। পূবফালৰ খিৰিকীখনৰ কাষতে পুৰণি ড্ৰেছিং টেবুলখন।

বিয়াঘৰৰ মানুহ কইনা সজোৱাত ব্যস্ত। নান্দতা এবাৰ ভিতৰলৈ আহি কোঠাটোৰ দুৱাৰখন ভিতৰৰপৰা বন্ধ কৰি দি টেবুল লাইটটো নুমাই দিলে। কাষৰ খিৰিকীখন খুলি দিয়াত এখিৰিকী জোনাক ভিতৰলৈ সোমাই আহি তাইৰ গালে-মুখে পৰিলহি। পূৰ্ণিমাৰ পিচৰ ৰাতি। আকাশলৈ তাই চাই পঠালে। আকাশৰ জোনটোক এক অশান্ত শিশুৰ কোমল হাঁহিৰ দৰে লাগিল তাইৰ। এনে জোনালী নিশা কোনোবা নীৰৱ নদীৰ বালিচৰত বাগৰি বাগৰি তাই যেন এই জোনাকবোৰ উপলব্ধি কৰিব।

বহুত পৰ নন্দিতাই খিৰিকীৰে আকাশলৈ থৰ লাগি চাই ৰ'ল। পৃথিৱীখন তাইৰ অকৌ মিঠা মিঠা লাগি গ'ল। বাহিৰত বৰ ঢোল, বেণ্ড, মাইকৰ মিশ্ৰিত শব্দতৰঙ্গবোৰে নন্দিতাৰ বুকুত এক মধুৰ স্পন্দন জগাই তুলিলে। তাই ভাবিলে, এতিয়াও কিয় পলাশ আৰু মিনতি বিয়ালৈ অহা নাই? পলাশ নাহিলেও মিনতি নিশ্চয় আহিব। কাৰণ মিনতি চিঙ্কুৰ নলেগলে লগা বান্ধৱী। আৰু মিনতি আহিলে গিৰিয়েক পলাশক এৰি অহাটোও অসম্ভৱ। কিন্তু পলাশ নহাটোও সম্ভৱ। পলাশ আহক-নাহক, এইবোৰ চিন্তা কৰাটো তাইৰ প্ৰয়োজন নাই। কাৰণ সেইটো এতিয়া এটা ক্ল'জ্‌ড্ চেপ্টাৰ।

হঠাতে যেন নন্দিতাৰ শান্ত মন-পুখুৰীলৈ কোনোবাই এটা শিলগুটি পাৰৰপৰা দলিয়াই দিলে। সেই দুষ্ট শিলগুটিটোৱে পুখুৰীৰ শান্ত জলৰাশিক হঠাতে কঁপাই তুলিলে। আৰু এই অশান্ত ঢৌবোৰ লাহে লাহে জলপৃষ্ঠৰ ওপৰেদি বাগৰি বাগৰি তাইৰ মন-পুখুৰীৰ পাৰত



খুন্দা মাৰিলেহি। নন্দিতাই খিৰিকীখন জপাই কাষৰ বিছনাত দীঘল দি পৰিলহি।

ডিচেম্বৰ মাহৰ ৰাতি। নান্দতাই ব্লেঙ্কেট এখন মূৰে-গাই জাপি ললে। এনেকৈয়ে তাইৰ ভাল লাগিছে। তাই যদি বাহিৰলৈ ওলাই পলাশক দেখা পায় নতুবা অপ্ৰত্যাশিতে ভেটাভেটি হয় তেন্তে তাই জানো সহজ হব পাৰিব?

পলাশে তাইক চিনি নোপোৱাহেঁতেন বেলেগ কথা আছিল। কিন্তু সি নিজে তাইক চাই আহিছে। আৰু সিমানেই নহয়।

পলাশ আৰু তাইৰ মাজত বিয়া হোৱাটো একেবাৰে খাটাং হৈ গৈছিল। কিন্তু তাই সেইখন চিঠি হঠাতে কিয় লিখি পেলালে? সেইখন চিঠি তাই ছমাহৰ আগতে লিখিব পাৰিলেহেঁতেন যেতিয়া সিহঁতৰ বিয়াৰ বন্দোবস্ত হৈ গৈছিল। তাই চিঠিখন যি কাৰণে লিখিছিল তাৰ ব্যাখ্যা বিচাৰৰ প্ৰয়োজন হোৱাহেঁতেন পলাশে চাবলৈ যাওঁতেই তাই তাক সুধিব পাৰিলেহেতেন নতুবা তাই তাক বেলেগে মাতি নি সুধিব পাৰিলেহেঁতেন। তাকে নকৰি তাই এখন ফাল্টু চিঠিৰে পলাশক ছুৱিবলৈ গৈ নিজেই ফান্দত পৰিছিল। পলাশো নিম্নশ্ৰেণীৰ মানুহ নহয়। এজন দক্ষতাসম্পন্ন স্নাতকোত্তৰ ডিগ্ৰী থকা ডাক্তৰ। তাই নিজেও স্নাতকোত্তৰ ডিগ্ৰী থকা ৰসায়ন বিভাগৰ অধ্যাপিকা।

নন্দিতাই ভাবিছিল পলাশে তাইৰ চিঠিখনৰ উত্তৰ দিব নোৱাৰিব। আৰু সেয়ে হলে তাই কৃতকাৰ্য্য হৈ পৰিব। কিন্তু নন্দিতাৰ অঙ্কটোৰ আৰম্ভনিতে ভুল হৈ গ'ল। পলাশে তাইলৈ চিঠিৰ প্ৰত্যুত্তৰ শীঘ্ৰে দিলে। আৰু পলাশে যি চেলেঞ্জ কৰিছিল তাত তাই একেবাৰে মৌন হৈ ৰৈছিল।

পলাশে তাইলৈ চিঠিত লিখিছিল—অকল ৰসায়নৰ থিঅ'ৰি কিছুমান মুখস্থ কৰি বাস্তৱ জগতৰ সন্মুখীন হব নোৱাৰি। অথচ এজনী গাৱঁলীয়া দাৰুনী ছোৱালী তোমাতকৈ এই ক্ষেত্ৰত বেছি বাস্তৱ

আৰু বেছি চিৰন্তন। তোমাৰ চিঠিখন বিশ্লেষণ কৰি কেইটামান সিদ্ধান্তত উপনীত হৈছোঁ। প্ৰথমটো হৈছে তুমি এনেকুৱা এখন মামুলি চিঠি লিখি যাক জীৱনৰ সৰ্বস্ব বুলি মানি লবলৈ ওলাইছা তেওঁৰ কাৰণে তুমি একেবাৰে অনুপযুক্তা। কাৰণ তুমি এই দাম্পত্য জীৱন পাবলৈ হলে আনজন ৰীপ ভান উইঙ্কলৰ চৰিত্ৰৰ লেখীয়া হব লাগিব। দ্বিতীয়তে, তুমি অতি ভাৱপ্ৰৱণ কাৰণে কোনো সমস্যাৰ জীৱনত সমাধান কৰিব নোৱাৰিবা। আৰু আনটো হৈছে তোমাৰ চিঠিখন এখন মাত্ৰ 'লাইম ওয়াচিং' হে। তুমি যিজনী ছোৱালীৰ লগত মোৰ গুপুত প্ৰেম আছে বুলি অজুহাত দেখুৱাই বিয়াখন নাকচ কৰিবলৈ ওলাইছা আচলতে এই প্ৰশ্নৰ উত্তৰ তুমি নিজেই নিজকে দিছাই দেখোন। সেই কাৰণে মই এই চিঠিখনক লাইম ওৱাচিং বুলি কৈছোঁ। আমি ডাক্তৰ মানুহ। তাতে হেজাৰ হেজাৰ মনোবিকাৰ-গ্ৰস্ত ৰোগী চাই এতিয়া অভিজ্ঞতা অনেক বাঢ়িছে। আচলতে কি জানা? সেই ছোৱালীজনী যিজনীৰ কথা তুমি চিঠিত উল্লেখ কৰিছা তাইক মই জীৱনত লগ পোৱা বেলেগ কথা, তাইৰ হয়তো ছাঁটোকে দেখা নাই। আনৰ চৰিত্ৰ আৰু ব্যক্তিগত জীৱনলৈ কুৎসা ৰটিবলৈ আমাৰ সময় ক'ত? আৰু এইবোৰ কৰিবলৈ আমাৰ অধিকাৰেই বা আছে কিমান? এইবোৰ তৃতীয় শ্ৰেণী মানুহৰ কাম যাৰ জীৱনৰ একমাত্ৰ লক্ষ্য হ'ল মাথোন খোৱা, শোৱা, কুৎসা ৰটা আৰু কাউৰী-শিয়ালৰ মৃত্যু বৰণ কৰা। মানুহৰ উদ্দেশ্য এইটো হোৱা উচিত নহয় যে সি আগতে কেনে ধৰণৰ স্কাউণ্ড্ৰেল আছিল আৰু কিমান বেছি হবগৈ। আগতে যিয়েই নেথাকক সি পিচত কিমান পাৰফেক্‌চন এটেইন্ কৰিলে সেইটোহে আচল কথা। তুমি যিজন প্ৰফেছাৰৰ সৈতে অতদিন প্ৰেম-প্ৰীতিৰে জীৱন কটাইছিলা সেইজনে শেষত তোমাক কি দিলেগৈ? সেইটোহে তুমি বিচাৰ কৰিব লাগিব। হয়তো এই হামখুৰি জীৱনত পাহৰিব নোৱাৰিবা, সেয়ে তুমি এতিয়া তোমাৰ মাইক্ৰস্কোপৰ লেন্‌চৰ তলত ফিট কৰা শ্লাইডবোৰত হেজাৰ



হেজাৰ বেক্‌তেৰীয়া দেখিবলৈ পাবা। এই সকলোবোৰ জানিও মই তোমাক গ্ৰহণ কৰিবলৈ ওলাইছিলোঁ, কাৰণ তোমাৰ ৰোগী মনটো চিকিৎসাৰ কাৰণে নহয়। ভাবিছিলোঁ জীৱনত পাৰফেক্‌চন্ এটেইন্ কৰিবলৈ বহুত দিন তোমাৰ সন্মুখত পৰি আছে। কিন্তু মানুহৰ আদৰ্শ আৰু ভণ্ডামি দুটা বেলেগ বস্তু। তুমি জীৱনত কোনটো বাছি লৈছা তুমি নিজেই বুজি চাবা।

বাহিৰৰপৰা কোনোবাই দৰজাত ভুকুৱাত নান্দতাই সাউতকৰে উঠি লাইটটো জ্বলাই গাৰ কাপোৰখন নিমিষতে ঠিক কৰি ল'লে। দৰজাখন খুলি দিয়াত নন্দিতাৰ মাক ভিতৰলৈ সোমাই আহি কলেহিঃ তই এইখন কি কৰিছ? বাহিৰত ইমানবোৰ মানুহে তোৰ খবৰ লৈছে অথচ তই দুৱাৰ-ঘৰ মাৰি শুই আছ। ব'ল বাহিৰলৈ। মুৰ-চুৰ আঁচুৰি ভাল কানি-কাপোৰ পিন্ধি ল। মাকে বুজি পাইছিল নন্দিতাৰ কোনখিনিত দুখ। কিন্তু বিধৱা মাকে অকলে কি কৰিব। চাৰিজনকৈ ভিনিহিয়েক থাকিও তাইৰ কোনো সংস্থানৰ দিহা নকৰিলে। বাপেকী নেথাকিলে ছোৱালীৰ এনে দুৰ্দশা হবই।

নন্দিতাই কিন্তু তাইৰ মুখমণ্ডলত তেনে কোনো দুখৰ অভিব্যক্তি নেদেখুৱালে। তাই মাকক সৈমান যোৱাকৈ বুজাই কলেঃ মা! মোৰ তলপেটৰ বিষ হৈছে। মাজে মাজে তাইৰ তলপেট বিষায়। মাকে সৈমান হৈ ক'লে, তেন্তে অলপ বিছনাতে বাগৰি থাক। পিচত ভাল পালে কিন্তু বাহিৰলৈ যাবি। দুৱাৰখন ভিতৰপিনৰপৰা মাৰি নন্দিতা এইবাৰ ড্ৰেছিং টেবুলৰ লাইফ ছাইজ গ্লাছখনৰ সন্মুখত থিয় দি ৰ'লহি। তাই মুখখন চাই ললে। তাইৰ মুখমণ্ডলত কিবা কাৰুণ্যৰ অভিব্যক্তি ফুটি উঠিছিলনে বাৰু? মাকে কিবা বুজিছিল নে বাৰু? বিধবা মাকে মনত দুখ পালে তাই সহিব নোৱাৰে। পাঁচজনী ছোৱা-লীৰ তাই নুমলীয়া। বাকী সকলোৰে বিয়া হৈ গ'ল। তাইৰ হোৱা নাই। বিধবা মাকৰ উপাৰ্জ্জন আৰু জীৱিকাৰ শেষ সম্বল তাই। তাই গুচি গ'লে মাক একেবাৰে নিঠৰুৱা হবগৈ। ভিনিহীয়েকহঁতে

অকল তাইক তেনেদৰে থাকিলেই ভাল পায়। চিঙ্কু ডাঙৰ বায়েকৰ ডাঙৰ জীয়ৰী। চিঙ্কু তাইতকৈ আঠ বছৰে সৰু। অথচ চিঙ্কুৰ বিয়াৰ আগতে তাইৰ বিয়াখন পাতি দিব পাৰিলেহেঁতেন।

নন্দিতাই গোটেই কোঠাটোৰ চৌদিশে চকু ফুৰাই চালে। কোনোবাই তাইক জুমি চাই থাকিবও পাৰে। নাই কোনো ভয় নাই। কোনেও তাইক বাহিৰৰপৰা দেখাৰ অৱকাশ নাই। সোঁহাত-খনেৰে নন্দিতাই বুকুৰ ওপৰৰপৰা শাৰীখন লাহে লাহে সোলোকাই আনিলে। তাৰ পিচত বুকুৰ ব্লাউজটো সোলোকাই পেলালে। বুকুৰ ব্ৰেচিয়াৰডাল খুলি তাই চেফ্‌টিপিন্ এটাৰে পুনৰ টাইটকৈ ব্ৰেচিয়াৰ-ডাল পিন্ধি ল'লে।

সমুখৰ গ্লাছখনত নিজৰ সমগ্ৰ দেহটো চাই ললে নন্দিতাই। বাৰ বছৰ বয়সত যেতিয়া তাইৰ দেহলৈ প্ৰথমবাৰৰ বাবে যৌৱন—পলাশৰ ৰং আহে তেতিয়াও তাই এনেদৰে মনে মনে দেহটো চুৰকৈ চাই আনন্দত আত্মহাৰা হৈ গৈছিল। বিশ-বাইশ বছৰ বয়সত যেতিয়া তাই বিশ্ববিদ্যালয়ৰ হোষ্টেলত থাকি পঢ়িছিল তেতিয়া তাই বাথৰুমত তাইৰ এই দেহটো এনেদৰে বহুতবাৰ চাইছিল আৰু পৰম তৃপ্তি লভিছিল। কিন্তু আজি হঠাতে তাই আবিষ্কাৰ কৰিলে, তাইৰ দেহৰ কমনীয় কান্তিবোৰ যেন কোনোবাই চুৰ কৰি লৈ যাব ধৰিছে। তাইৰ দেহৰ মসৃণ ছালবোৰত যেন আগৰ মসৃণতা বহুত কমি গৈছে। জীৱনৰ এটা অধ্যায়ত নোসোমোৱাকৈ যেন তাই শেষৰ অধ্যায়লৈ জাপ মাৰি যাব ধৰিছে। কোনোবাই যেন তাইক অলপ দিনৰ পিচত 'আইতা আইতা' বুলি মতাৰ সংকেত পাইছে।

নন্দিতাৰ মন-সাগৰত এক অজানিত হিল্লোল উঠিল। তথাপি তাই চুটকেচটো খুলি নতুন কাপোৰযোৰ উলিয়াই ললে। নীলা ব্লাউজটো পিন্ধি তাৰ ওপৰত নন্দিতাই নীলা দামী শাড়ীখন পিন্ধিলে। মুখত লেক্‌মী ক্ৰীম অলপ পাতলকৈ সানি ললে। তাৰ পিচত দুয়ো গালৰ ওপৰত ৰুজ পাউদাৰ সানিলে। চকুৰ দুয়ো পতাত পাউদাৰ



সানি থাকোঁতে নন্দিতাই দেখিলে তাইৰ চকুৰ দুয়ো পতাত কাজলৰ সৃষ্টি হৈছে আৰু দুয়োগালৰ ওপৰৰ দুয়োটা কুম লাহে লাহে বহি গৈছে। তাই আবিষ্কাৰ কৰিলে তাইৰ জীৱনত কেতিয়াবা বিয়া হোৱাৰ সম্ভৱনা থাকিলেও তাই অন্ততঃ বাহিৰত সাজি-পাৰি কইনা হৈ বহি থকা চিঙ্কুজনীৰ নিচিনা কেতিয়াও হোৱাৰ সম্ভাৱনা নাই।

নন্দিতাই মুখৰ ওপৰত পাউদাৰৰ এটা প্ৰলেপ দিয়াৰ পিচত মূৰৰ চুলিখিনি ভালদৰে আঁচুৰি ললে। দুডাল বেণী গাঁথি শেষৰ ফালে নীলা ৰিবন মাৰিলে। কপালৰ সোঁমাজতে লিপষ্টিকৰ এটা ক্ষুদ্ৰ ফোঁট লৈ ভৰিত নীলা চেণ্ডেলযোৰ সুমুৱাই ল'লে। নিজৰ দেহটো আকৌ এবাৰ সমুখৰ গ্লাছখনত চাই লৈ নন্দিতা বাহিৰলৈ ওলাই আহিল।

নন্দিতাই ইমানবোৰ কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল, যদি তাই বিয়াৰ ৰভাতলীতে হওক বিয়াঘৰৰ ভিতৰতে হওক পলাশৰ লগত ভেটাভেটি হয় তেন্তে তাই এই সাজ-পাৰেৰে পলাশক বুজাই দিব : পলাশ, তোমাৰ নিচিনা এজন ডাক্তৰ নেপাই নন্দিতাৰ কোনো হানি হোৱা নাই। হয়তো তোমাতকৈ বহুতো ওপৰৰ শ্ৰেণী মানুহ নন্দিতাই এতিয়াও পোৱাৰ যোগ্যতাখিনি আছে। তুমি মিনতিক বিয়া কৰালা ভাল কৰিলা। কিন্তু মোৰ ডিগ্ৰীটো মিনতিৰ যে নাই।

বিয়াঘৰৰ একশ্ৰেণী কাম নোহোৱা অথচ সদা-ব্যস্ত মানুহৰ দৰে নন্দিতাই এনেয়ে ঘনাই ইফালৰপৰা সিফালে অহাযোৱা কৰি থাকিল। মাজে মাজে নন্দিতাই মাকক নাতিয়েক চিঙ্কুৰ কাষতে বহি থকা দেখিলে। নন্দিতাই লক্ষ্য কৰিলে মাকৰ মনটো মৰা। ইয়াৰ কাৰণ তাইৰ বুজিবলৈ বাকী নেথাকিল। তথাপি তাই মাকক দেখুৱাই কৃত্ৰিম হাঁহিৰে সময়বোৰ কটাই দিছে। নন্দিতাৰ চকু দুটা কিন্তু বিয়াতলীৰ মানুহৰ মাজত ন্যস্ত আছিল। পলাশ আৰু মিনতি কিয় নাহিল? পলাশে যিখন প্ৰত্যুত্তৰ দিছিল তাই প্ৰত্যুত্তৰৰ প্ৰত্যুত্তৰ

পলাশক লগ পালে মুখে মুখে দিব। তিৰোতাবো এটা নিজস্ব মন বোলা বস্তু আছে। কিন্তু পুৰুষৰ দৰে ইয়াৰ স্বাধীনতা ক'ত? পলাশে খবৰ পোৱা প্ৰফেছাৰ চৌধুৰীৰ লগত তাইৰ প্ৰেম থকাটো সত্য। কিন্তু প্ৰফেছাৰ চৌধুৰীয়ে তাইক উদ্ধাৰ কৰাটো দৰকাৰেই নহয় কৰ্তব্যও আছিল। কিন্তু ক'তা—প্ৰফেছাৰ চৌধুৰীয়ে এজনী এজনীকৈ দুজনী বিয়া কৰালে। পুৰুষবোৰ যে কি লম্পট! তাইৰ প্ৰতি থকা নিভাঁজ প্ৰেম ক'ত উৰি গ'ল প্ৰফেছাৰ চৌধুৰীৰ! কিন্তু তাইতো প্ৰেমৰ ক্ষেত্ৰত অত্যন্ত ছিৰিয়াছ আছিল। সেই সময়ত কিমান প্ৰস্তাৱ আহোঁতে তাই নাকচ কৰি দিছিল। তাই অনুভৱ কৰিলে তাইৰ জীৱনৰ আবেলি আহি পৰিছেহি। এতিয়া আৰু সেই প্ৰস্তাৱবোৰ শেষ হৈ গৈছে। হয়তো তাইৰ উচ্চশিক্ষাও ইয়াৰ এক প্ৰধান বৈৰী। তাইৰ মন-সাগৰত কাৰোবাক পোৱাৰ কাৰণে হাঁহাকাৰকৈ উঠে এতিয়া।

ৰাতি গভীৰ হৈ আহিল। বিয়াঘৰৰ মানুহৰ উলহ-মালহ কমি আহিছে। দৰা আহি ৰভাতলীত বহিলহি। দৰা আৰু কইনা ঘৰৰ ছোৱালীবোৰ নিজৰ ঠাই বাছি লৈ বহি পৰিছে। বিয়ানামৰ জাউৰি তুলিছে। ব্ৰাহ্মণে বেদ মাতিছে। দৰাই হাতযোৰ কৰি বেদৰ শ্লোক মাতিছে। কিন্তু নন্দিতাৰ দুয়ো চকুয়ে পলাশক খেদি ফুৰিছিল। চিন্টুৰ মাহীয়েকে কঁকালত ধৰি এখোজ দুখোজ কৰি হোমৰ বেদীলৈ লৈ গৈছে। আৰু চিন্টুজনী সেয়া হোমৰ কাষত থকা দৰাৰ নিচেই কাষত বহি পৰিছে।

অকস্মাতে নন্দিতাৰ দুচকুৰেদি দুধাৰি অশ্ৰু বাগৰি আহিল। তাই শাৰীখনেৰে মুখখন ঢাকি বিজুলী বেগে তাই থকা সেই কোঠাটোলৈ দৌৰি আহিল। দৰজাখন ভিতৰৰপৰা বিৰাট শব্দেৰে বন্ধ কৰি চিটকনি মাৰি দিলে। লাইটটো জ্বলাই তাইৰ গাৰপৰা এখন এখনকৈ কাপোৰ খুলি আলনালৈ দলিয়াই দিলে। পুৰণি সাজযোৰ পিন্ধিবলৈ গৈ তাই সন্মুখৰ গ্লাছখনত নগ্নদেহটো দেখা পালে। তাই



নিজকে এইমাত্ৰ ৰাম-লক্ষ্মণৰ ওচৰৰপৰা ব্যৰ্থ হৈ অহা নাক-কাণ নাইকিয়া শূৰ্পনখাজনী যেন লাগি গ'ল।

পুৰণি সাজযোৰ পিন্ধি নন্দিতা বিছনাত ঢালখাই পৰিলহি! টেবুল লাইটটো নুমাই দিয়াত নিমিষতে অন্ধকাৰ হৈ পৰিল কোঠাটো! ডিচেম্বৰ মাহৰ কলংপৰীয়া ঘৰৰ ভিতৰত নন্দিতাই অকণো ঠাণ্ডা অনুভৱ নকৰিলে। তাইৰ সৰ্বশৰীৰ ঘামিব ধৰিলে। লাজ-অপমান-গ্লানিৰে ভৰা তাইৰ জীৱনটো যেন এই ঠেক অন্ধকাৰ কোঠাটোতে নিঃশেষ হৈ যাওক।

তাইৰ বাহিৰৰ পোহৰ আৰু বাহিৰৰ মানুহবোৰতকৈ বন্ধ কোঠাৰ অন্ধকাৰখিনি বেছি আপোন লাগি গ'ল।

## অকিঞ্চন

ডিচেম্বৰ মাহৰ ঠেটুৰৈ লগা জাৰ। আবেলি পশ্চিম আকাশত বেলিটো এচপৰা ক'লা ডাৱৰৰ মাজত সোমাই পৰিল। লগে লগে শ্বিলঙৰ পৃথিৱীলৈ নামি আহিল হাড় কঁপোৱা জাৰ।

সমাতনে গাতে অ'ভাৰকোটটো সুমুৱাই লৈ প'ল' গ্ৰাউণ্ডলৈ বুলি গতি কৰিলে।

দেওবাৰৰ দিনটো সনাতনৰ নেযায় নুপুৱায় লাগে। সেয়ে তেওঁ দেওবাৰৰ দিনা তীৰখেল আৰম্ভ হোৱাৰ বহুত পৰৰ আগতে গৈ প'ল' গ্ৰাউণ্ড পায়গৈ। ফৰেষ্ট কলনীৰ তেওঁৰ নিজ বাসভৱনৰপৰা নামি আহি তেওঁ চিধাই তেওঁৰ গ্ৰুপটোক লগ পালেহি: ৰবীন ভুৱৰা, যদু বৰকাকতি, মিছেছ্ বৰবৰা, কৰ্তব্য তালুকদাৰ আৰু ভবেন খাটনিয়াৰ। সনাতন আহি পোৱাৰ লগে লগে তেওঁলোকে এজন এজনকৈ সনাতনক কলে: আজি বেটিং আছে। নাইন এণ্ডিং ধৰক। হেভী এমাউণ্ট খটুৱালে বঢ়িয়া ডিভিডেণ্ড পাব।

এনেতে অৱসৰপ্ৰাপ্ত অফিচ ছুপাৰিণ্টেণ্ডেণ্ট সুৰেশ ৰাজখোৱা একাষৰপৰা আহি সনাতনক হাতত ধৰি টানি নিলেহি। ৰাজখোৱাই কৈ গ'ল: আহক বৰুৱা। মই আজিৰপৰা বুকী খুলিছোঁ। মোৰ তাত আপুনি যাত্ৰা কৰিবই লাগিব। সুৰেশ ৰাজখোৱাই জানে সনাতন এজন তীৰ খেলৰ ভেটাৰেন প্লেয়াৰ। হেভী এমাউণ্ট খটুৱায়। যেনেদৰে যায় তেনেদৰে পায়ো। কেতিয়াবা সনাতনৰ নিখুঁত গণনাৰ ফলত ফ'ৰকাষ্টত কৃতকাৰ্য্য হৈ বহুতো টকা পাইছে।



সনাতন বৰুৱাই বেটিং আছে বুলি জানিব পাৰি গুপুত খবৰটো লৈ সমস্ত নাইন্ এণ্ডিঙৰ টিকট কিনিলে। নব্বৈৰপৰা এশলৈ আটাইকেইটা নম্বৰৰ টিকট একোখনকৈ ল'লে আৰু নিৰানব্বৈ নম্বৰটোত মুঠতে পয়ষষ্ঠি টকাৰ টিকট ল'লে। কাৰণ সনাতনেও আগৰাতিৰ সপোনত টকাৰ মোনা এটা দেখিছিল। মোনাটোত কিমান টকা দেখিছিল সেইটো হিচাপ কৰি নিৰানব্বৈ নম্বৰটো ধৰিছিল আৰু এই নম্বৰটো গাৰ্ড দি নব্বৈৰপৰা এশলৈ টিকট লৈছে।

ইয়াৰ পিচত সুৰেশ ৰাজখোৱা আৰু সনাতন দুয়ো তেওঁলোকৰ গ্ৰুপটোলৈ আহি অনেক গল্প-গুজব মাৰিলেহি। দুই-এজনে মন্তব্য দিলে: সনাতনৰ টকাৰ কিহৰ অভাৱ ভাই। পি ডব্লিউ ডি অফিচৰ একাউণ্টেণ্ট—বানপানীৰ দৰে টকা। সনাতন বৰুৱা ডুবি থাকিলেই হ'ল।

মিছেছ্ বৰবৰাৰ মুখখন কিন্তু বৰ শুকান। যোৱা দুটা সপ্তাহত তেওঁ ইমান টকা খেদিলে অথচ ফুটা কড়ি এটাও পোৱা নাই। মিছেছ্ বৰবৰা পুলিচ বিষয়া সন্তোষ বৰবৰাৰ পত্নী। এওঁৰো হেনো টকাৰ অভাৱ নাই। পুলিচৰ টকা। মিছেছ্ বৰবৰাক সান্ত্বনা দিয়া একমাত্ৰ মানুহজন হ'ল যদু বৰকাকতি। ৰেভিনিউ অফিচৰ কেৰাণী। সাতোটা লৰা-ছোৱালীৰ বাপেক। বৰকাকতিৰ ঘৰত কি খাইছে নেখাইছে তাৰ খবৰ লবলৈ তেওঁৰ সময় নাই। অফিচৰ চকীত কোটটো ওলোমাই যি বাহিৰ হয় আৰু বৰকাকতিক অফিচত দেখিবলৈ নাই। ৰাতি-দিন একেটা চিন্তা, কিমান নম্বৰত ফ'ৰকাষ্ট মিলিব। অৱশেষত তেওঁৰ পৰিবাৰৰ ডিঙিৰ হাতৰ গহনা কেইপদ কাবুলীৱালাক দিব লগা হলগৈ। বাকী ৰবীন ভুৱৰা, কৰ্তব্য তালুকদাৰ আৰু ভবেন খাটনিয়াৰ পি ডব্লিউ ডিৰ অ'ভাৰচিয়াৰ। এওঁলোকৰ টকা হেনো ৰাস্তাৰ শিলগুটিৰ দৰে। মদ, চিগাৰেট খোৱাৰ দৰে তীৰ খেলটো তেওঁলোকৰ এটা নিচা মাথোন।

প্ৰথমখন খেল গৈ গ'ল। সনাতনে এক তীৰত মাৰ খালে। কিন্তু

দ্বিতীয় খেলত সনাতনে নিবানবৈৰ নম্বৰটোত টকা চাৰিশ পালে। খেলৰ শেষত সকলো ঘৰমুৱা হ'ল। সুৰেশ ৰাজখোৱাই সনাতনক টকা চাৰিশ দি লগতে অভিনন্দন জনালে। টকা চাৰিশ হাতত লৈ সনাতনে কাষৰ দোকান এখনলৈ গৈ ব্লেক নাইটৰ এটা বটল কিনিলে। তাৰ পিচত সনাতনে সুৰেশ ৰাজখোৱাক মদ পান কৰিবলৈ লগ ধৰিলে। ৰাজখোৱাই নিমিষতে সম্মতি জনালে। আহোঁতে সনাতনে টকা দহোটা দি হৰিণৰ মাংস এক কিলো লৈ আহিল।

ডিচেম্বৰ মাহৰ শ্বিলঙৰ গধূলি। সকলোৰে গাত অ'ভাৰকোট। মূৰত গৰম টুপী। গাত জাৰে ঢুকি নোপোৱাকৈ পোছাক।

অ'ভাৰকোটৰ তলত ব্লেক নাইটৰ বটলটো সোমোৱাই আনহাতে পহু মাংসখিনি ওলোমাই লৈ পি-ডব্লিউ-ডিৰ একাউণ্টেণ্ট সনাতন বৰুৱাই অৱসৰপ্ৰাপ্ত অফিচ ছুপাৰিণ্টেণ্ডেণ্ট সুৰেশ ৰাজখোৱাৰ লগত তেওঁৰ ফৰেষ্ট কলনীৰ বাসভৱনলৈ বুলি গতি কৰিলে।

ৰাজখোৱা অল্পভাষী লোক। বাটৰ মৌনতা ভাঙি ৰাজখোৱাই সনাতনক ক'লে: বুজিছে বৰুৱা, মিছেছ বৰবৰা বৰ হতাশ হৈছে। আজি মেকিং আছিল। তেওঁ পাব বুলি মোৰ ধাৰণা আছিল। তিনিচুকীয়াৰ মাৰোৱাৰীয়ে ঘটি ল'ব লগা হ'ল। গোৱালপাৰাৰ মাৰোৱাৰীটোৱে বেছ ঘটিলে। কোনে কল্পনা কৰিছিল সোতৰ নম্বৰটো মাৰিব বুলি? সনাতনে ক'লে: বুজিছে দাদা! প'লৰ খেলা বন্ধ কৰিবৰ হ'ল আৰু। সকলো বদমাচী আৰম্ভ হৈছে। ইমান মেকিং কৰিলে আমাৰ দৰে খেলুৱৈৰ মৰণ মাথোন।

ফৰেষ্ট কলনিলৈ উঠি গৈ সন্মুখৰ টিলাটোতে সনাতনৰ ঘৰটো পায়। ষ্ট্ৰীট লাইটৰ পোহৰবোৰে জোনাকী আকাশখন লুকুৱাই পেলাইছে। দুয়ো টিলাটোলৈ উঠি গ'ল আৰু শেষত সনাতনৰ বাসভৱন পালেগৈ। সনাতনে গৈ বয়টোক চিঞৰি মাতিলে। কাঞ্চা অহাত ক'লে: কাঞ্চা, এইখিনি মাংস লৈ যা। অতি শীঘ্ৰে ফ্ৰাই কৰি লৈ আহ। হাতৰ টোপোলাৰ মাংসখিনি দি সনাতনে



ঘৰটোৰ তলা খুলিলে। কাষতে বিজুলী বুটামটো টিপি দিয়াত ৰুমটো পোহৰ হৈ উঠিল। তাৰ পিচত সনাতন ড্ৰয়িং ৰুমৰ পিনে আগুৱাই গৈ ড্ৰয়িং ৰুমৰ লাইটটো জ্বলাই দিলেগৈ। ৰাজখোৱা সনাতনৰ পিচে পিচে গ'ল। সনাতনে ৰাজখোৱাক চোফাখনলৈ আঙুলিয়াই দি ক'লে: বহক দাদা। ৰাজখোৱাই চোফাখনত বহি হাঁহি হাঁহি ক'লে: বৰুৱা! বিবাহিত মানুহে লগত ফেমিলি নৰখাটো বৰ সন্দেহৰ কথা দেই। তাতে শ্বিলং। সনাতনে টপৰাই উত্তৰ দিলে: নহয় দাদা! আমাৰ তেওঁৰ গাত লেঠা। মাকৰ ঘৰলৈ ল'ৰাছোৱালী দুটাৰে পঠাই দিলোঁ। এতিয়া বৰ অকলশৰীয়া অনুভৱ কৰিছোঁ বুজিছে। সনাতনে কথাখিনি কৈ কৈ ড্ৰয়িং ৰুমৰপৰা ওলাই আহি কাপোৰখিনি সলালেহি।

সনাতনে পাকঘৰলৈ এপাক আহি কাঞ্চাক ক'লেহি: মাংসত আলুৰ টুকুৰা কিছুমান কাটি দে। তেতিয়াহে আচল টেষ্ট উঠিব। পাকঘৰৰপৰা ওলাই আহি বাহিৰৰ চোতালত সনাতন অলপ সময়ৰ কাৰণে থমকি ৰ'ল। স্নিগ্ধ আকাশত কাচি জোনটো ওলমি আছে। তৰালি আকাশ। কিন্তু কাণ কঁপাই তোলা বতাহ। সনাতন সাউত কৰে ভিতৰত সোমাল। ঘৰৰ ভিতৰৰপৰা সনাতনে বাহিৰৰ বতাহৰ হুঁ হুঁৱনি শুনিবলৈ পালে। অকণমান সময় সনাতনে ইটো ৰুমৰপৰা সিটো ৰুমলৈ এনেয়ে অহা-যোৱা কৰিলে। তাৰ পিচত তেওঁ ব্লেক নাইটৰ বটলটো আৰু ক'ক'কোলাৰ দুটা বটল নি ড্ৰয়িং ৰুমৰ চেণ্টাৰ টেবুলখনৰ ওপৰত ৰাখিলেগৈ। পিচৰ বাৰ সনাতনে ভিতৰলৈ আহি দুটা গিলাচ নিলেহি। সুৰেশ ৰাজখোৱাই জেপৰপৰা চিগাৰেটৰ পেকেটটো উলিয়াই দুডাল চিগাৰেট জ্বলালে। এডাল সনাতনক দিলে। সনাতনে মদৰ বটলটোৰপৰা মদ বাকি ক'ক'কোলাৰ লগত মিহলাই এটা গিলাচ ৰাজখোৱাৰ হাতত তুলি দিলে। ৰাজখোৱাই ধন্যবাদ দি গিলাচ হাতত ল'লে। আৰু দুয়োৱে মদৰ গিলাচত সোহা মাৰিলে। ৰাজখোৱাই ক'লে: বুজিছে

বৰুৱা! বিদেশী বস্তুৰ কথাই সুকীয়া। ডাক্তৰে কিন্তু মোক মদ খাবলৈ বন্ধ কৰিছিল—গেষ্ট্ৰীক আল্‌চাৰ থকাৰ কাৰণে। কিন্তু ক'তা! পেইন উঠিলে ইয়াৰ এসোহা মাৰিলেহে দেখোন ৰক্ষা পাওঁ। সনাতনে ক'লেঃ নহয় দাদা! আপোনাৰ বেমাৰৰ কাৰণে ডায়েট কণ্ট্ৰল কৰাটো হে আচল কথা। এইটো এটা প্ৰফেচনেল ডিজিজ্‌ হৈ পৰিছে বুজিছে। শতকৰা নব্বৈজনেই এই ৰোগত আক্ৰান্ত। আচলতে ভেজাল বস্তু খাই আমাৰ এই দুৰ্দশা হৈছে। ৰাজখোৱাই সনাতনৰ কথাত হয়ভৰ দি ক'লেঃ কথাবোৰ সত্য। কিন্তু অকল ভেজাল খাদ্যই ইয়াৰ সকলো কাৰণ নহয়। ইয়াৰ এটা প্ৰধান কাৰণ কি জানে বৰুৱা? এই যুগত বাচি থকা সকলো মানুহৰ মানসিক টেন্‌চনৰ কাৰণে গেষ্ট্ৰিক আল্‌চাৰ, ডায়েবেটিচ্‌, ব্লাডপ্ৰেছাৰ আদি দুৰাৰোগ্য ৰোগ হৈ মানুহৰ জীৱন পঙ্গু কৰি পোলাইছে।

এনেতে কাঞ্চাই দুখন প্লেটত ফ্ৰাই কৰা মঙহ অলপ আনি দিলেহি। কেইটুকুৰামান ভজা মঙহ মুখত ভৰাই লৈ ৰাজখোৱাই ক'লেঃ বোধকৰো পৃথিৱীত ইয়াতকৈ আৰামৰ বস্তু একোৱেই নাই। সনাতনে ৰাজখোৱাৰ কথাত হয়ভৰ দি ক'লেঃ হয় দাদা! মদ, মাইকী, মঙহ—এই তিনিবিধৰ কথা মানুহে এনেয়ে কয়নে? সনাতনে কথাষাৰ কৈ ৰাজখোৱাৰ মুখলৈ চালে। ৰাজখোৱাই মদৰ গিলাচত দীঘলকৈ সোহা এটা মাৰি গিলাচৰ মদখিনি খাই শেষ কৰি ক'লেঃ ফুচ্‌! আপুনি এটা ডাঙৰ ভুল কৰিছে। মানুহে কোৱা কথাবোৰ বাদ দিয়ক। যি সকলে সংসাৰৰ আনটো ফাল দেখা নাই বা চাবলৈ অনিচ্ছুক সেই সকলেই বোধকৰো মদ আৰু মঙহৰ দৰে আৰামদায়ক বস্তুৰ লগত মাইকী নামৰ বিষাক্ত বস্তুটো একেলগ কৰি পেলাইছে। মদৰ ৰাগীয়ে ৰাজখোৱাক ভালদৰে ধৰি আনিলে। কি যে আমেজ—এই কিবা যেন গৈ গৈ শূন্য হৈ যায় আৰু যেন ঘূৰি আহে চেতনা জগত; আকৌ যেন গৈ গৈ মহাশূন্য। ৰাজখোৱাৰ চকু দুটা সৰু হৈ আহিছে। বটলৰপৰা দুই পেগ মদ ঢালি লৈ লগত



ক'ক'কোলা অলপ মিহলাই সুবেশ ৰাজখোৱাই আৰু এক সোহা মাৰিলে। কাঞ্চাটোৱে ডাঙৰ প্লেট এখনত ভজা মঙহ আৰু অলপ কেঁচা পিঁয়াজ কাটি আনি তেওঁলোকৰ সন্মুখত ৰাখিলেহি। ৰাজখোৱাই ভজা মঙহ কেইটুকুৰামান মুখত ভৰাই চোবালে। তাৰ পিচত সনাতনলৈ লক্ষ্য কৰি ক'লেঃ বৰুৱা! ইউ আৰ ভেৰী শ্লৗ'। খাওক। সনাতনৰ গাত মদৰ ৰাগীয়ে ভালদৰে ধৰিছিল। সনাতনে ক'লেঃ নহয় দাদা! পৃথিৱীৰ সকলো আমেজৰ বস্তু লাহে লাহে গ্ৰহণ কৰাই ভাল নেকি! নহলে ইয়াৰ আৰামখিনি ভালদৰে উপলব্ধি কৰা নাযায়। ৰাজখোৱাই মূৰটো জোকাৰি ক'লেঃ ঠিক কৈছে বৰুৱা। এইটো বৰ সত্য কথা কৈছে। কিন্তু মই আগৰ কথাটোহে মানি ল'ব নোৱাৰিলোঁ। আপুনি হয়তো নাজানে মদ আৰু মঙহ যেনেদৰে মানুহৰ জীৱনৰ আমেজ আৰু ভোগৰ বস্তু সেইদৰে মাইকীটো নহয়। মাইকীতকৈ বিষাক্ত বস্তু একোৱেই নাই। ফু···চ···। বৰ কাবা বুজিছে বৰুৱা। মদৰ সোহাটো মাৰি ৰাজখোৱাই জিকাৰি উঠিল।

তাৰ পিচত ৰাজখোৱাই ক'লেঃ বৰুৱা, আপুনি জানে মই এটা ছচিয়েল চীপ্‌ৰেকড্‌। অকল আপুনিয়েই নহয় সমগ্ৰ অসমবাসীয়েই জানে মই এটা দুৰ্ভগীয়া বুলি। প্ৰথমতে মই বিখ্যাত হৈছিলোঁ সঁচা কথা আৰু মই বিখ্যাত হৈছিলো মোৰ পত্নী আৰু জীয়ৰীৰ কাৰণেই। সিহঁতে চিনেমা কৰে—নাচ-গান থিয়েটাৰ কৰে—মোৰেই খুব নাম। কিন্তু কি হ'ল? সিহঁতৰ কাৰণেই এদিন মই সমাজত নাক-কাণ উলিয়াব নোৱাৰা হ'লোঁতো!

সনাতনে মনত বৰ আঘাত পালে। তেওঁৰ কথাষাৰে ৰাজখোৱাৰ ছেন্টিমেণ্টত বৰকৈ আঘাত কৰিলে অথচ সনাতনে কোৱাৰ সময়ত সেইটো কল্পনাই কৰিব পৰা নাছিল। সনাতনে ক'লেঃ দাদা, মই বৰ লজ্জিত। মোক মাফ কৰিব দেই। এইবাৰ ৰাজখোৱা জাঙুল খাই উঠিলঃ নহয়, নহয় বৰুৱা, আপুনি কেলৈ লজ্জিত হ'ব।

আপুনি জীৱনৰ কথা কৈছে। আৰু তাক যুক্তি দি মই তাৰ প্ৰতিবাদ কৰিছোঁ। ময়ো জীৱনৰ কথা কৈছোঁ। অভিজ্ঞতাৰ কথা। আপুনিও এজন শিক্ষিত ব্যক্তি। আপুনি Thus spake zarathustra খন নিশ্চয় পঢ়িছে। তাত বহুতো মনঃপুত কথা আছে। এঠাইত কৈছে—Man is a rope slretched between the animal and the super man—a rope over an abyss. A dangerous way faring, a dangerous looking back, a dangerous trembling and halting. আৰু এই লেজুত ওলমি পাৰ হ'ব নোৱাৰাৰ কাৰণেই মই অতল গহ্বৰত সৰি পৰিলোঁ। সকলোবোৰ ফাৰ্ম বুজিছে? মদ আৰু মঙহেই সত্য—এই যে দুয়োবিধ আমাৰ সন্মুখত পৰি আছে। অসমত শিল্পী হোৱাটো অভিশাপৰ কথাহে! ময়ো সিহঁতক উদাৰ চিত্তে এৰি দিছিলোঁ। আৰ্ট ফৰ্ আৰ্ট চেক্ হিচাপে কিন্তু ক'তা সিহঁত মানুহৰপৰা অতিমানৱ হওক ছাবি বান্দৰহে হ'ল দেখোন। বান্দৰৰ লগত পৰিলে বান্দৰ হ'বই। মোৰ অঙ্কটো আৰম্ভণীতে ভুল হৈ গ'ল বুজিছে? সেয়ে শুদ্ধ উত্তৰ বিচাৰি খপ-জপাই ফুৰিলে কি লাভ হ'ব?

ৰাজখোৱাই মদৰ বটলটোৰপৰা আৰু এপেগ মদ ঢালি ল'লে। জ্বলি থকা চিগাৰেটৰ অৱশিষ্ট অংশটো এচট্ৰেটোত ডুবাই দিলে। প্লেটৰ মঙহখিনি ৰাজখোৱাই অলপ নীৰৱে চোবাবলৈ ধৰিলে। সনাতনক মদৰ ৰাগীয়ে ভালদৰে ধৰিলেও তেওঁ কিন্তু সমস্ত মনোযোগেৰে ৰাজখোৱাৰ কথাখিনি শুনি গৈছে। সনাতনে দেখিলে ৰাজখোৱাৰ সমগ্ৰ মুখমণ্ডলত হেজাৰ অশান্ত প্ৰশ্নই ঘনীভূত হৈ এক বেলেগ ৰূপ ধাৰণ কৰাইছে। বয়সৰ ৰেখাবোৰ প্ৰকট হৈ পৰিছে ৰাজখোৱাৰ মুখমণ্ডলত। ডিঙিৰ টাইডাল ভালদৰে কচিলৈ ৰাজখোৱাই এইবাৰ ক'লে: বুজিছে বৰুৱা! যি এবাৰ নিজ কক্ষৰপৰা খহি পৰে সি আৰু আপোন কক্ষত স্থান পাব কেতিয়াও নোৱাৰে। নীৎসে সম্পাদন কৰা এই জৰথুষ্ট্ৰৰ বাণীত কি কৈছে জানে—What is ape to man! A laughing stock a thing of shame. মই এদিন বান্দৰ আছিলোঁ আৰু এতিয়াও বান্দৰেই হ'লোঁ। সেই জীৱনৰ চৰম ট্ৰেজেডী কি জানে বৰুৱা? মই জীৱনত সমগ্ৰ দান কৰিও ৰজা হৰিশ্চন্দ্ৰ হ'ব নোৱাৰিলোঁ। এই চৰম ব্যৰ্থতাৰ কাৰণেই ঈশ্বৰ বোলা জিনিচ্‌টোক ক'ৰবাত লগ পালে ফাঁচী দিম জানে? আপোনালোক সকলোৱে জানে মোৰ পৰিবাৰ মোৰ লগত নাথাকে। তিনিজনীকৈ গাভৰু ছোৱালী আৰু পৰিবাৰ লাবানত মাহে আঠশ টকীয়া ভাৰা ঘৰত থাকে। সিহঁতৰ উপাৰ্জন অনেক। পঞ্জাৱী, মাৰোৱাৰী আৰু আন আন ডাঙৰ অফিচাৰসকলে সিহঁতৰ দেহ উপভোগ কৰি বহুতো টকা দি থৈ যায়। এসময়ৰ আৰ্টিষ্ট এতিয়া উচ্চ খাপৰ দেহোপজীবিনী। সেইটো সিহঁতৰ আমেজ। সিহঁতৰ কাৰণে তিনিটা বস্তু সত্য—মদ, মঙহ আৰু মানুহ; আৰু আমাৰ কাৰণে দুটা—মদ আৰু মঙহ। বুজিছে বৰুৱা, এক স্ফুলিঙ্গৰ দৰে জীৱনৰ বাকী দিনবোৰ কটাই দিম। জীৱনত টেন্‌চন্ থাকিলে গেষ্ট্ৰিক কিয় পৃথিৱীৰ সকলো দুৰাৰোগ্য ৰোগবোৰে দেহত শিপাব পাৰে। মোৰ ব্যক্তিগত জীৱনক কোনে নাজানে? জীৱনত জীয়াই থাকিবলৈ কিছুমান ইন্‌স্‌পিৰেশ্যনৰ দৰকাৰ। তীৰ খেলৰ বাহিৰে মোৰ এতিয়া একোৱেই নাই। বুকী খুলিছোঁ—টকা ঘটাৰ প্ৰয়াসেৰে নহয়। অৱসৰ পোৱা চাকৰিয়ালেহে জানে জীৱনৰ এই সময়ছোৱা কিমান ভয়াবহ আৰু নিঃসঙ্গ।

ৰাজখোৱাৰ কথাবোৰ ক'ৰবাত যেন আঁত লাগি লাগি থোকাথুকি হৈ আহিল। তাৰ পিচত ৰাজখোৱাৰ দুয়োখন ওঁঠ কঁপিবলৈ ধৰিলে। ৰাজখোৱাই বহাৰপৰা উঠি আহি সনাতনক সাৱটি ধৰিলেহি। ৰাজ-খোৱাই কঁপা কঁপা মাতেৰে সনাতনক ক'লে: বৰুৱা, আপুনি মোৰ ভাইৰ দৰে! মই বৰ দুৰ্বল হৈ পৰিছোঁ আপোনাৰ আগত এই-বিলাক কবলৈ লাজ পোৱা উচিত আছিল। কিন্তু যি জীৱনৰ সকলো হেৰুৱালে তাৰ আকৌ কিহৰ লাজ ভাই। সনাতন বহাৰপৰা উঠি

ৰাজখোৱাক কিবা এষাৰ কথা ক'বলৈ ধৰিছিল। এনেতে ৰাজখোৱাই জেপৰপৰা ৰুমালখন উলিয়াই হাত-মুখ মচি সনাতনক কৰমৰ্দন কৰিলে। পিঠিত চাপৰ এটা মাৰি ৰাজখোৱাই সনাতনক ক'লে: যাওঁ ভাই। মোৰ একমাত্ৰ উপদেশ আপোনালোক যেন সীমাৰ মাজত থাকে। সীমা চেৰাই গলেই বিপদ। জৰথুষ্টৰ বাণীত কি কৈছে জানে—A little poison now and then: that maketh pleasant dreams and much poison at least for a pleasant death হাঁ হাঁ কৈ ৰাজখোৱাই হাঁহি আকৌ ক'লে—At least for a pleasant death.

কথাখিনি কৈ ৰাজখোৱা বাহিৰৰ জোনাকত হেৰাই গ'লগৈ। ৰাজখোৱা চকুৰপৰা অদৃশ্য হোৱাৰ পিচতো সনাতনে তেওঁ ঘৰৰ বাহিৰতে থিয় হৈ স্বৰগ পৰা মানুহৰ দৰে বৈ থাকিল। পাইন গছৰ মাজেদি বৈ অহা ডিচেম্বৰ মাহৰ ৰাতিৰ বতাহবোৰে যেন সনাতনক অকণো স্পৰ্শ কৰিব নোৱাৰিলে। জোনাকৰ মাজতে ৰাজখোৱাৰ চিল'য়েটটো সনাতনৰ চকুৰ আগলৈ আহি বহুত দেৰিলৈকে লুকাভাকু খেলি আছিল।





ৰূপজ্যোতি কলেজৰ একে চৌহদতে অৱস্থিত ৰূপজ্যোতি গাৰ্লছ হোষ্টেলটো নগৰখনৰ বেছ আকৰ্ষণীয় বস্তু। প্ৰদেশখনৰ বিভিন্ন ঠাইৰপৰা অহা ছাত্ৰীৰে পৰিপূৰ্ণ এই ছাত্ৰীৰ বাসস্থানটো এল্ পেটাৰ্নৰ আৰু চুমহলীয়া ৰেইন্ ফ'ৰ্চড্ কংক্ৰীটৰ। দানবীৰ ৰূপজ্যোতি চৌধুৰীৰ মোটা দানেৰে নিৰ্মিত কলেজ আৰু কলেজ হোষ্টেলটো ৰূপজ্যোতিৰ নামেৰে নামকৰণ কৰা হৈছে।

আবেলি ক্লাছবোৰ ছুটী হোৱাৰ লগে লগে ৰূপজ্যোতি গাৰ্লছ হোষ্টেলৰ ছোৱালীহঁতৰ গাত তত নাইকিয়া হয়। সিহঁত যেন এইমাত্ৰ মুক্তি পোৱা পিজঁৰাৰ বিহঙ্গমহে।

ক্লাছ ছুটীৰ পিচতে হোষ্টেলৰ ছোৱালীবোৰ আহি এনে হুলস্থুল লগাই দিবহি যেন হোষ্টেল নহয়, কাউৰী বাহতহে জুই লাগিছে! বাথৰুমবোৰত ছোৱালীৰ ভিৰ! বাথৰুমৰপৰা আহি ছোৱালীবোৰ প্ৰসাধনত লাগি যায়। কোনখন শাড়ীৰ লগত কোনটো ব্লাউজ, কোনখন মেখেলাৰ লগত কোনখন চাদৰ আৰু ব্লাউজে মেচ কৰে, কোনযোৰ কাপোৰ পিন্ধি আগদিনা আবেলি ওলাইছিল সেয়ে কোনযোৰ আজি পিন্ধি গলে দৰ্শকৰ লগতে নিজৰ মন জুৰ পৰিব—এইবোৰ কথা ছোৱালীহঁতে দৈনন্দিন ক্লাছৰ মাজতে ভাবি-গুণি থিৰাং কৰি থোৱা থাকে।

প্ৰসাধন কৰি থকা অৱস্থাতে ছোৱালীহঁতে আবেলিৰ টিফিন

নাকে-মুখে গুজি পেটৰ ভিতৰলৈ ঠেলি থয়। আৰু আধাঘণ্টাৰ ভিতৰতে বিবিধ ৰঙৰ প্ৰসাধনেৰে ৰূপজ্যোতি হোষ্টেলৰ ছোৱালীহঁত জনতাৰ মিছিলত সোমাই পৰেগৈ।

কলেজ ছুটীৰ পিচৰ এই হুলস্থুলীয়া সময়খিনিৰপৰা অব্যাহতি পাবলৈ দীপাঞ্জলি গোস্বামী ক্লাছ ছুটীৰ পিচত হোষ্টেললৈ পোনে পোনে নাহি কলেজ লাইব্ৰেৰী ৰূমত সোমাই পৰেগৈ। লাইব্ৰেৰীৰ ৰূমত সোমাই দীপাঞ্জলিয়ে সজ্জিত বাতৰি কাকত, আলোচনীবোৰৰ পাত মেলি দেশ-বিদেশৰ খবৰ পঢ়ে, বিজ্ঞলোকৰ লিখনিৰ ওপৰত চকু ফুৰায় নতুবা তাইৰ লাগতিয়াল কিতাপ লাইব্ৰেৰীৰপৰা বাছি উলিয়াই নিজৰ নামত ভৰ্তি কৰাই লয়।

হোষ্টেলৰ ছোৱালীবোৰ যেতিয়া কলেজৰ চৌহদ এৰি জনতাৰ ভিতৰ সোমাই পৰে তেতিয়া দীপাঞ্জলি লাহে লাহে মৌন হোষ্টেল-টোৰ পিনে আগবাঢ়ি যায় আৰু হোষ্টেলৰ বাৰাণ্ডা পাই কাষৰ চিৰিয়েদি উঠি গৈ ওপৰ মহলাৰ তাইৰ ৰূমটো পায়গৈ। ৰূমত সোমায়েই কালজলৈ পিন্ধি যোৱা কাপোৰযোৰ সলাই হেণ্ডলুমৰ সাধাৰণ কাপোৰযোৰ পিন্ধি তাই বাথৰূম পায়গৈ।

ঠিক এই সময়তে মনোহৰ বুঢ়াই দীপাঞ্জলিলৈ আবেলিৰ টিফিন লৈ আহে। বাথৰূমৰপৰা ওলাই আহি দীপাঞ্জলিয়ে মনোহৰ বুঢ়াক হয় বাৰাণ্ডাতে নহয় তাইৰ ৰূমতে লগ পাবই। দীপাঞ্জলিয়ে ধেমা-লিতে মনোহৰ বুঢ়াক কেতিয়াবা কয়ঃ মনোহৰ কাই! চাহপানী নে চেঁচাপানীহে? উত্তৰত মনোহৰ বুঢ়াই লাপুং মুখখন মেলি হাঁহে। দীপাঞ্জলিয়ে জানে হোষ্টেলৰ চাহ একে সময়তে বনোৱা হয়। যিমানে সময় আগবাঢ়ি যায় সিমানে চাহপানী চেঁচাপানী হৈ আহিবই। কিন্তু মনোহৰ বুঢ়াই দীপাঞ্জলিলৈ চাহখিনি গৰম কৰি আনে আৰু কেতিয়াবা অগত্যা দেৰী হলে নতুনকৈ অকণমান কৰি আনে। এই কথা জানিও দীপাঞ্জলিয়ে মনোহৰক ধেমালি কৰি জোকায়। কেতি-য়াবা দীপাঞ্জলিয়ে মৰমতে মনোহৰ বুঢ়াক কৈ পেলায়ঃ মনোহৰ কাই!



তুমি মোৰ কাৰণে কিয় কষ্ট কৰা? এই প্ৰশ্ন কৰিলেই মনোহৰ বুঢ়া একেবাৰে গম্ভীৰ হৈ পৰে, তাৰ গাঁতত সোমোৱা চকু দুটা চলচলীয়াহৈ পৰে, তাৰ বুকুখনৰ কোনোবা কোণত হান মাৰি ধৰে। সি এই সকলো কথা দীপাঞ্জলিক কেনেকৈ কৈ পেলাব যে তাৰ অকলশৰীয়া জীৱন-টোৰ একমাত্ৰ আশা-আকাঙ্ক্ষাৰ থল তাৰ একমাত্ৰ সন্তান সবিতা, যাৰ চালচলন, চৰিত্ৰৰ বৈশিষ্ট্য দীপাঞ্জলিৰ অনুৰূপ আছিল; যি সবিতাই তাৰ বুকু উদং কৰি এদিন অনন্তলৈ উৰা মাৰিলে সেই সবিতা নামৰ হোষ্টেলৰ মেনিয়েল মনোহৰৰ ছোৱালীক দীপাঞ্জলিৰ লগত তুলনা কৰিলে কথাটো দীপাঞ্জলিয়ে কেনে ভাবে গ্ৰহণ কৰে—এই-বিলাক ভাবি মনোহৰে দীপাঞ্জলিৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিয়ে।

চাহ খাই আজৰি হৈ দীপাঞ্জলিয়ে আবেলিৰ এই উদাস সময়খিনি উপভোগ কৰিবৰ কাৰণে চিৰিয়েদি উঠি গৈ ছাদত বহি লয়। ছাদত বহি দীপাঞ্জলিয়ে কেতিয়াবা লাইব্ৰেৰীৰপৰা অনা কিতাপ মোকো-লায়, কেতিয়াবা ডঃ গোস্বামীয়ে অনাৰ্চ ক্লাছত দিয়া বক্তৃতাখিনি স্মৰণ কৰে; কেতিয়াবা গীতাৰ শ্লোক মুখস্থ কৰে, কেতিয়াবা ডঃ গোস্বামীয়ে নোটত দিয়া এজ্‌ৰা পাউণ্ড, কেমু, ৰ্যাবোঁ, মালামো, জীব্ৰান, বোদ্‌-লেয়াৰ, পেষ্টাৰন'কৰ কবিতাৰ উদ্ধৃতি মুখস্থ কৰে; কেতিয়াবা কেতি-য়াবা শ্বেলী, কীট্‌চ্‌, ওৱাৰ্ডচ্‌ওৱৰ্থ্‌, ব্ৰাউনিং, ভল্টেয়াৰ, টেনিচন আদি বিশ্ববিশ্ৰুত কবিসকলৰ কবিতা আবৃত্তি কৰে। ইয়াৰ মাজতে দীপাঞ্জলিৰ কেতিয়াবা কেতিয়াবা ডঃ গোস্বামী মানুহজন আৰু তেওঁ লোৱা অনাৰ্চ ক্লাছলৈ মনত পৰি যায়। ডঃ গোস্বামীৰ ক্লাছত দীপাঞ্জলি একেবাৰে মুগ্ধ হৈ পৰে। ডঃ গোস্বামীৰ চল্লিশ বছৰীয়া অবিবাহিত জীৱনটো দীপাঞ্জলিৰ চকুত এক অসহায় অৱস্থাত ধৰা পৰি যায়। অসমীয়া অনাৰ্চ ক্লাছত ডঃ গোস্বামীয়ে মাধৱদেৱৰ নামঘোষাখন আৰম্ভ কৰাৰ আগতে কিয় গীতাখন পঢ়ুৱাব লগা হ'ল? 'নতুন কবিতা'খন আৰম্ভ কৰাৰ আগতে ডঃ গোস্বামীয়ে ইলিয়টৰ কবিতাৰ পৰা আৰম্ভ কৰি হুইটমেনৰ কবিতালৈকে আধুনিক কবিতাৰ ওপৰত

কিয় নগদ সাতোটা ক্লাছ খৰচ কৰিব লগা হ'ল? ৰোমাণ্টিচিজমৰ ওপৰত বক্তৃতা দিবলৈ গৈ ইংৰাজ কবি বাইৰণ-কীট্‌চ্‌-শ্বেলী-ওৱাৰ্ডচ্‌-ওৱৰ্থৰ কবিতাৰ ওপৰত সমালোচনাৰ অৱতাৰণা কিয় কৰিব লগা হ'ল? নাটকৰ পাঠ্যপুথি কেইখন আৰম্ভ কৰাৰ আগতে ইব্‌চেন, শ্বেক্সপীয়েৰ আৰু শ্বৰ নাটকসমূহৰ এটা কিয় থূলমূল পৰিচয় দিব লগা হ'ল? সমালোচনা সাহিত্যৰ ওপৰত বক্তৃতা দিবলৈ গৈ ডঃ গোস্বামীয়ে বিশ্বৰ যশস্বী কথাশিল্পী ইৰেনবাৰ্গ, খ্ৰীষ্টফাৰ ক'ডৱেল, গ্যেটে, ইমাৰচনৰ সমালোচনা সাহিত্যৰ সম্যক সমালোচনা কিয় কৰিলে?

এইবিলাক চিন্তা কৰি কৰি দীপাঞ্জলিয়ে ছাদৰ ওপৰত অশোক-বনৰ সীতাৰ দৰে চুলি মেলি ভাবত তন্ময় হৈ উদাস আবেলিবোৰ কটাই দিয়ে। লাহে লাহে ধৰালৈ সন্ধ্যা বিয়পি আহে; এই বিবশ সন্ধ্যাৰ দৃশ্যটো তাইৰ চকুৰ আগলৈ নামি অহাত তাই পাহৰিব খোজা ইলিয়টৰ সন্ধ্যাৰ বিৱৰণীটো তাইৰ মনলৈ ভাঁহি আহেঃ হোৱেন্ ডা ইভনিং ইজ স্প্ৰেড আউট্ এগে'ন্‌ষ্ট্ ডা স্কাই—লাইক এ পেচেণ্ট ইথাৰাইজ্‌ড্ আপন্ এ টেবল্……। চাৰিওপিনে যেন এই ক্লীৱতা বিয়পি পৰিছে। মানুহৰ মুক্তি ক'ত? জঁা প'ল ছাত্ৰেই কিয় এই মুক্তি আৰু মুক্ত মানুহটো বিচাৰি অস্তিত্ববাদৰ আলোড়ন তুলিছে? কেনেকৈ প'ল ছাত্ৰেই আবিষ্কাৰ কৰিলে—নিঃসঙ্গ মানুহ জনতাৰ মাজতো নিঃসঙ্গ। ইমান সঁচা কথা!

দীপাঞ্জলিয়ে ছাদৰ ওপৰত বহি বহি এইবোৰ কথাকেই ভাবি তন্ময় হৈ থাকে। মাজে মাজে তাইৰ মন-সমুদ্ৰলৈ ঢৌ তুলি আহে—বোদ্‌লেয়াৰৰ কবিতাত ক্লেদতা, ইলিয়টৰ কবিতাত ক্লীৱতা, খয়ামৰ সুৰা—শান্তি ইত্যাদি। এইবিলাক ভাৱনাৰ মাজতে তাই ভাবি পেলায়—তাইৰ নিজৰ ঘৰখনৰ কথা, চাৰিটাকৈ ভায়েক আৰু একমাত্ৰ ভনীয়েকজনীক স্কুলত পঢ়ুৱাৰ কথা, বিধবা মাকৰ কথা, অৰ্থ-সঙ্কটত জুৰুলা হোৱা সিহঁতৰ পৰিয়ালটোৰ কথা, হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট



প্ৰতিমা বাইদেউৰ সোপাঢিলা প্ৰশাসনৰ কথা, মনোহৰকাইৰ মৰমৰ কথা। ইয়াৰ মাজত দীপাঞ্জলিয়ে ডঃ গোস্বামী আৰু হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট প্ৰতিমা বৰদলৈ দুয়োকে ৰিজাই চায়। দুয়োজন যৌৱন পাৰ হৈ যোৱা অবিবাহিত প্ৰফেছাৰ। কিন্তু দুয়োজনৰ জীৱনৰ ওপৰত দৃষ্টিভঙ্গী সম্পূৰ্ণ বিপৰীত। এহাতে ডঃ গোস্বামী বৈষয়িক বিতৃষ্ণ, আনহাতে প্ৰতিমা বাইদেউ তৃষ্ণাতুৰ কামপক্ষী।

সিদিনাৰ ঘটনাটো দীপাঞ্জলিৰ মনত পৰাত তাইৰ বুকুখন চিৰিং কৰি উঠিছিল। এই ঘটনাৰ যাতে পুনৰাবৃত্তি নহয় তাৰ কাৰণে তাই সদায় ভগৱানক খাটিছিল। প্ৰতিটো সপ্তাহতে শনিবাৰে হোষ্টেলৰ ছোৱালীবোৰ নগৰখনৰ আত্মীয়-স্বজনৰ ঘৰলৈ যায় আৰু সোমবাৰে পুৱা হোষ্টেললৈ ঘূৰি আহে। সেয়ে শনিবাৰে আবেশি ৰূপজ্যোতি গাৰ্লছ হোষ্টেলৰ সন্মুখত থকা মহাত্মা গান্ধী ৰ'ডত একাষৰীয়াকৈ সৰু গাড়ীবোৰ ৰাখি থোৱা দেখা যাবই। এনেকুৱা এটা শনিবাৰে ৰাতি হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট প্ৰতিমা বাইদেৱে তেওঁক একেলগে শুবলৈ তেওঁৰ ৰুমলৈ মাতি নিছিল। দীপাঞ্জলিয়ে কোনো আপত্তি নকৰিলে। হোষ্টেলৰ চৌহদলৈ ৰাতিৰ অন্ধকাৰ নামি আহিল। ৰান্ধনিশালৰ ঠাকুৰ—মেনিয়েলকে ধৰি হোষ্টেলৰ অৱশিষ্ট ছোৱালীবোৰ নিদ্ৰাত মগ্ন। মাজ ৰাতি প্ৰতিমা বাইদেৱে দীপাঞ্জলিক বুকুৰ মাজলৈ টানি আনিলে। তাৰ পিচত দীপাঞ্জলিৰ গোটেই দেহৰ ওপৰত মৰমৰ হাত বুলাই দিলে। প্ৰথমতে দীপাঞ্জলিৰ খুব ভয় লাগিছিল; তাৰ পিচত তাইৰ বুকুত এক ভয় আৰু লজ্জা-মিশ্ৰিত শিহৰণ উঠিছিল। ইয়াৰ পিচত প্ৰতিমা বাইদেউ দীপাঞ্জলিৰ দেহৰ ওপৰত জপিয়াই পৰিছিল। লজ্জা আৰু ঘৃণাত সেইদিনা দীপাঞ্জলিয়ে মাজৰাতি প্ৰতিমা বাই-দেউৰ বাহু বন্ধনৰপৰা জোৰেৰে ওলাই আহি নিজ ৰুমত সোমাই দৰজাৰ খিলিটো ভিতৰৰপৰা মাৰি দি হুকহুককৈ কান্দিছিল। বিছনাখনৰ ওপৰত বাগৰি বাগৰি তাইৰ দেহৰ তীব্ৰ পোৰনিটো মাৰি-

বলৈ চালে। তাই যেন কোনো এক নিষ্ঠুৰ ব্যাধৰ কবলৰপৰা সাৰি অহা এক আতুৰ বিহঙ্গহে।

সিদিনা দীপাঞ্জলিৰ যেতিয়া সম্বিত ঘূৰি আহিছিল তেতিয়া তাই বাইবেলখনৰপৰা কেইআষাৰমান বাক্য মুখতে আওৰালে। যীশুৰ বাণী মনতে আওৰালে: ভগৱান, সিহঁতক ক্ষমা কৰা। প্ৰতিমা বাইদেউৰ দৰে অতৃপ্ত আত্মাৰ জীৱ কেৱল ভগৱানৰ করুণাৰেহে জীয়াই থাকিব পাৰে। প্ৰতিমা বাইদেউৰ চূড়ান্ত পাৰভাৰচন দেখি দীপাঞ্জলিৰ করুণাও উপজিছিল।

দীপাঞ্জলিৰ মন সিদিনা তাইৰ মৰহি যোৱা অতীতটোলৈ উৰা মাৰিছিল। তাইৰ জীৱন ৰহস্য আৰু এই চৰম ট্ৰেজেডীৰ কথা তাইৰ বাহিৰে হোষ্টেলৰ কোনেও কব নোৱাৰে। সেই ট্ৰেজেডী প্ৰতিমা বাইদেউতকৈও ভয়াবহ। কুৰুৱাবাহী সত্ৰৰ দীপাঞ্জলি গোস্বামীৰ বাল্য বিবাহ হৈছিল উলুবাৰী সত্ৰৰ সত্ৰাধিকাৰ ৰাজেন মহন্তৰ পুত্ৰ সমীৰ মহন্তলৈ। এয়া আছিল দীপাঞ্জলিৰ দেউতাকৰ জীৱিত কালৰ কথা। কিন্তু দীপাঞ্জলিৰ জীৱনলৈ চৰম বিপৰ্যয় নামিছিল বিয়াল্লিশৰ আন্দোলনত যেতিয়া সমীৰ মহন্তই মিলিটাৰীৰ বন্দুকৰ গুলীত জীৱন বলি দিলে।

সমীৰৰ ছবিখন দীপাঞ্জলিৰ মনৰ মাজত জিলিকি উঠাত তাই হুক্‌হুকাই কান্দিছিল সিদিনা। স্বামীৰ ঘৰত ভৰি দিবলৈ নৌপাওঁতেই দীপাঞ্জলিয়ে স্বামীক অকালতে হেৰুৱাই চিৰদিনৰ কাৰণে বিবাহ বন্ধনৰপৰা বঞ্চিত হ'ল।

এই কেইদিন দীপাঞ্জলিৰ কিতাপত কোনো ৰুচি নাইকিয়া হৈ গৈছে। পোন্ধৰ ডিচেম্বৰ দিনটো সোমবাৰলৈ, অথচ শনিবাৰে ডাকতো তাইৰ হোষ্টেল আৰু কলেজ ফিজ আৰু পৰীক্ষাৰ ফিজ মিলি দিবলগীয়া তিনিশ টকা ঘৰৰপৰা নাহিল। সোমবাৰে টকা নিদিলে দীপাঞ্জলি ফাইনেল পৰীক্ষা দিয়াৰপৰা বঞ্চিত হ'ব। তাই এই কথা ঘৰলৈ দিয়া জৰুৰী চিঠিখনত মাকলৈ লিখিছিল। টকা যেনেতেনে



টি-এম-অ' কৰি দিয়া কথাটো চিঠিত উল্লেখ কৰিছিল। কিন্তু শনিবাৰৰ ডাকত টকা নোপোৱাত দীপাঞ্জলি বিব্ৰত হৈ পৰিছিল। ইতিমধ্যে তাইৰ অনিচ্ছাসত্বেও কলেজৰ ইউনিয়ন ছেক্ৰেটৰী অনিমা মেধিক দীপাঞ্জলিৰ অৱস্থাটো ভালদৰে বুজাই থৈছিল। অনিমা মেধিৰ মনে দীপাঞ্জলিৰ ওপৰত সৰ্বদা এটা ঈৰ্ষাৰ ভাব জ্বলাই ৰাখিছিল। টকা নহাত অনিমা মেধিয়ে দীপাঞ্জলিক মোমায়েকৰ ঘৰলৈ যাবলৈ লগ ধৰিলে আৰু এই কথা স্পষ্টকৈ কৈ দিলে যে দীপাঞ্জলি নগলে মোমায়েকে ইমান টকা কেতিয়াও দিব নোৱাৰে অথবা তাই মোমায়েকক পতিয়ন নিয়াব নোৱাৰিব।

শনিবাৰে আবেলি ক্লাছ ছুটীৰ পিচত আগৰ দৰে ৰূপজ্যোতি গাৰ্লছ হোষ্টেলৰ সন্মুখৰ মহাত্মা গান্ধী ৰ'ডত ছাইড কৰি ৰাখি থোৱা গাড়ীবিলাক দীপাঞ্জলিৰ চকুত পৰিল। ইমান দামী গাড়ীত উঠিবলৈ যে তাইৰ বেছি দামৰ কাপোৰ নাই। ঘৰৰপৰা আহোঁতে তাই বুটা বছা মুগাৰ বিহা-মেখেলা দুযোৰ লৈ আহিছিল। লগৰ ছোৱালীয়ে এইবিলাক পিন্ধি গ'লে নিশ্চয় হাঁহিব। আবেলি ছোৱালীবোৰে টেৰিলিন্, ট'ৰল'ন, ডেক্ৰন, কাঞ্জিভৰাম, হাকৰা, কাশ্মীৰী, মহিশূৰৰ বেনাৰসী চিল্ক, ওৱাছ এণ্ড ৱেৰ আদি হৰেক ৰকমৰ শাড়ী পিন্ধি প্ৰসাধন কৰি ওলাইছে অথচ দীপাঞ্জলিৰ তেনে কোনো দামী চেট নাই।

শনিবাৰে আবেলি তাই বাধ্যত পৰি অনিমাৰ লগত হোষ্টেলৰ পৰা ওলাই গৈ সেউজ ৰঙৰ লেণ্ডমাষ্টাৰখনত উঠি পৰিল। অনিমা সাধাৰণতে এইখন গাড়ীতেই অহা-যোৱা কৰে। অনিমাই ড্ৰাইভাৰক গাড়ী চলাবলৈ নিৰ্দেশ দিলে। জনপথেদি গৈ সিহঁতৰ গাড়ী নগৰত সোমাই পৰিল। নগৰৰ আঁকোৰা পকোৰা ৰাজপথেদি গৈ সিহঁতৰ গাড়ী শেষত এটা অট্টালিকাৰ সন্মুখত ৰৈ গ'লগৈ। অনিমা দীপাঞ্জলি দুয়ো গাড়ীৰপৰা নামি পৰিল। অনিমাৰ পিচে পিচে দীপাঞ্জলি অট্টালিকাটোৰ ভিতৰলৈ সোমাই গ'ল। এই চাৰি মহলীয়া অট্টা-

লিকাৰ তলৰ মহলাত সজ্জিত সুন্দৰ কাপোৰৰ দোকান। দোকানত গ্ৰাহকৰ ভিৰ। তাৰ মাজেদি চিৰিটোৱেদি অনিমাৰ পিচে পিচে দীপাঞ্জলি ওপৰলৈ উঠি দ্বিতীয় মহলা পালেগৈ। এই মহলৰ বাৰাণ্ডাইদি গৈ থাকোঁতে দীপাঞ্জলিৰ চকুত পৰিল সুন্দৰ চাইন ব'উথন—অফিচ অব দা টবেক' কোং অৱ ইণ্ডিয়া লিমিটেড্। ইতিমধ্যে এই অফিচ ছুটী হৈ গৈছে। ৰুমবোৰত তলা মৰা। তাৰ পিচত সিহঁত চিৰিয়েদি গৈ তৃতীয় মহলাত উঠিলগৈ। দীপাঞ্জলিয়ে দেখিলে এই মহলাৰ ৰুমবিলাকো বন্ধ কিন্তু বাহিৰৰ পৰা ৰুমবিলাকৰ ভিতৰলৈ লক্ষ্য কৰিলে পৰিষ্কাৰভাবে দেখা যায় যে মটৰৰ টায়াৰকে আদি কৰি মটৰৰ অন্য সামগ্ৰীৰে ৰুমবিলাক ভৰি আছে। ইয়াৰ পিচত অনিমাৰ পিচে পিচে দীপাঞ্জলি শেষৰ মহলা পালেগৈ। এই মহলৰ বাৰাণ্ডাই দি গৈ থাকোঁতে দীপাঞ্জলিয়ে দেখিলে ইয়াৰ ৰুমবিলাক সজ্জিত, অথচ ভিতৰৰ পৰা বন্ধ। পৰ্দাৰ ফাকেৰে ৰুমৰ ভিতৰলৈ দেখা কোনো উপায় নাই। এনেতে অনিমাই গৈ এটা ৰুমৰ বন্ধ দুৱাৰত বাহিৰৰ পৰা টোকৰ দিলে। অলপ পিচতে দুৱাৰ ভিতৰৰপৰা মুকলি হ'ল। ৰুমটোৰ কাষতে আঁৰি থোৱা নেমপ্লেটখন দীপাঞ্জলিৰ চকুত পৰি গ'ল—শঙ্কৰলাল আগৰৱালা, কণ্ট্ৰেক্টৰ। নামটো দেখি দীপাঞ্জলিৰ বুকুখন চিৰিং কৰি উঠিল। অনিমাই দীপাঞ্জলিক ভিতৰলৈ মাতি দৈত্যকায় শঙ্কৰলালৰ সৈতে চিনাকি কৰি দিলে। শঙ্কৰলালে দীপাঞ্জলিক প্ৰণাম জনালে। দীপাঞ্জলিয়েও ইতিমধ্যে ওচৰৰ ৰুম-বিলাকত হোৱা হাঁহিৰ খলকনি দীপাঞ্জলিৰ কাণত পৰিছিলহি। অনিমা মেধিয়ে শঙ্কৰলালক দীপাঞ্জলিৰ বিপদৰ কথাটো বুজাই দি কলে, দীপাঞ্জলিক টকা তিনিশ নিদিলে তাই ফাইনেল পৰীক্ষা দিয়াৰ পৰা বঞ্চিত হ'ব। সোমবাৰে শেষ তাৰিখ। শঙ্কৰলালে আধাভঙা অসমীয়াতে কৈ উঠিল ঃ তোমাৰ কাথা অনিমাই কহিছে। কুচ্ছ ভয় নাই আছে—কুচ্ছ চিন্তা নাই আছে, চক্লো ঠিক হৈ যাব। ৰূপয়া ক্যা বাত্ হেঁ।



শঙ্কৰলালে দীপাঞ্জলিক কথা কৈ থাকোঁতেই অনিমাই শঙ্কৰলালক সুধিলে সিটো ৰুমত সত্যনাৰায়ণ আছে নে নাই। শঙ্কৰলালে আছে বুলি সঁহাৰি দিলে। দীপাঞ্জলিক ক্ষন্তেক বহিবলৈ দি অনিমাই শঙ্কৰলালক চকুৰে টিপ দি ৰুমটোৰপৰা ওলাই অহাৰ লগে লগে শঙ্কৰলালৰ ৰুম ভিতৰৰপৰা বন্ধ হৈ গ'ল। কোনোবা ৰেডিড' কেন্দ্ৰৰ ছলস্থলে শঙ্কৰলালৰ ৰুমৰ সকলো শব্দ অস্পষ্ট কৰি পেলালে। অনিমাৰ আনন্দৰ সীমা নাই। মকৰাজালত অৱশিষ্ট চগাটোও পৰিল। হোষ্টেলত তাই এই গৌৰৱ কৰিব পাৰিব যে অতদিনে ভিক্টিম নোহোৱা ছাত্ৰীজনীৰ সকলো গৰ্ব অনিমাই শেষ কৰি দিবলৈ সক্ষম হ'ল! প্ৰতিমা বাইদেৱে অন্ততঃ অনিমাক এই কাৰ্য্যৰ কাৰণে ওলগ জনাব।

অনিমা মেধি শঙ্কৰলালৰ ৰুমৰপৰা আহি অলপ পিচতে সত্য-নাৰায়ণৰ ৰুমত সোমাই পৰিছিল।

সচৰাচৰ সোমবাৰে পুৱা কলেজ খোলাৰ আগে আগে শনিবাৰে গাড়ীত যোৱা ছোৱালীবোৰ ৰূপজ্যোতি হোষ্টেল পায়হি। সোমবাৰে যেতিয়া দীপাঞ্জলি গাড়ীৰপৰা নামি হোষ্টেলৰ সন্মুখত থিয় দিলে তাইৰ সমগ্ৰ দেহৰ ভিতৰত কঁপনি উঠিল। বিষ আৰু বিবশতাই তাইৰ সমস্ত প্ৰাণ জৰ্জৰিত কৰি তুলিলে। হোষ্টেলৰ চৌহদত প্ৰবেশ কৰি তাইৰ চকুত পৰিল প্ৰতিমা বাইদেউ আৰু অনিমাই হোষ্টেল চুক এটাৰপৰা তাহলৈ কৌতুকৰ দৃষ্টিৰে চাই আছে। লাজ-অপমানত তাইৰ মন কঁপি উঠিল। শনিবাৰে যিযোৰ কাপোৰ পিন্ধি গৈছিল সেইযোৰ কাপোৰ দীপাঞ্জলিৰ গাত নাই, তাৰ পৰিবৰ্তে তাই চিফনৰ শাড়ী-ব্লাউজ পিন্ধি আহিছে। অহাৰ সময়ত শঙ্কৰলালে দীপাঞ্জলিৰ ব্লাউজৰ ভিতৰত সুমুৱাই দিছিল শটকীয়া নোট তিনিখন।

এই সময়ছোৱাত দীপাঞ্জলিৰ এনে লাগিছিল তাই যেন এইমাত্ৰ কোনো এখন নৰকৰ ক্লেদত লেটিপেটি হৈ উঠি আহিছে। তাইৰ যেন মন আত্মা সকলো ক্লেদাক্ত হৈ পৰিছে। ৰুমটো পাই দীপাঞ্জলিয়ে

ভিতৰৰপৰা দুকটো মাৰি দিলেহি। তাই শঙ্কৰলালৰপৰা অহা গাৰেই বিছনাখনত পৰি পৰি হুকুহুকু কৰি কান্দি পেলালে, প্ৰতিটো মুহূৰ্ততে সেই দৈত্যকায় শঙ্কৰলালে তাইৰ দেহৰ ওপৰত কৰা পাশৱিক অত্যাচাৰৰ প্ৰতিটো দৃশ্যই তাইৰ চকুৰ আগত ভাঁহি উঠিল —দুটা সুদীৰ্ঘ ৰাতি সেই বলিষ্ঠ পশুটোৱে তাইৰ কোমল দেহৰ ওপৰত কৰা অত্যাচাৰ, তাৰ প্ৰতিটো কথা ঃ ৰূপয়া ক্যা বাত হেঁ, অনিমাই কৰা বিশ্বাসঘাতকতাখিনি ; লগতে হোষ্টেলৰ ছোৱালীবোৰে গাত হবেক ৰকমৰ পৰিধান পোৱাৰ আচল উৎসখিনি। কিন্তু তাই যি নৰকৰপৰা আহিল তাৰপৰা কেতিয়াও মুক্তি পাব নোৱাৰে। তাইৰ সতী জীৱনলৈ হঠাতে এনে এক কৰ্দয্য অশ্লীলতা তাইৰ অজ্ঞাতে নামি আহিব বুলি তাই জীৱনত কোনোদিনে কল্পনা কৰা নাছিল। বিছনাৰ ওপৰত মূৰ খুন্দিয়াই খুন্দিয়াই দীপাঞ্জলিয়ে ভগৱানক অভিশাপ দিলে। তাইৰ চকুৰ আগত ভাহি উঠিল বিধৱা মাকে কেনেকৈ চাৰিটা ভায়েক আৰু ভনীয়েকক বুকুৰ মাজত ৰাখি তিনি মাইল আঁতৰত থকা হাইস্কুলখনত পঢ়ুৱাইছে। সিহঁতৰ মুখলৈ চাই কিয় তাই শিক্ষা জীৱন তাতে সমাপ্ত নকৰিলে ? আৰু তেতিয়াহলে তাইৰ এই কলঙ্কময় জীৱনৰ সূচনা হবলৈ নেপালেহেঁতেন। সিহঁতৰ দৰে মানুহৰ উচ্চ শিক্ষাভিলাষ থাকিলেইবা কি কামত আহিব পাৰে ? তাই কিয় মেট্ৰিকত প্ৰতিযোগিতামূলক বৃত্তি পালে ? কিয় সকলোৱে তাইক অনাৰ্চ লৈ পঢ়িবৰ কাৰণে এখন জিলাৰপৰা আন এখন জিলালৈ পঢ়াৰ কাৰণে উচটনি দিছিল ? আই-এ পৰীক্ষাত বৃত্তি নোপোৱাহেঁতেন তাই মনটো দমাই ৰাখিব পাৰিলেহেঁতেন। কিন্তু ঘৰৰ এনেকুৱা অৱস্থাতো তাই যি মনোবলেৰে এই নগৰত পঢ়িবলৈ আহিছিল সেয়ে তাইৰ জীৱনৰ চৰমতম পৰিণতি এয়ে হ'লগৈ নেকি ?

এই বিশৃঙ্খল ভাবনাবোৰে তাইৰ মন-সাগৰত তোলপাৰ লগাই দিলে। আবেলি তিনি বজালৈ দীপাঞ্জলিয়ে ড্ৰাইনিং হললৈ নোযোৱাত, মনোহৰ বুঢ়াই আহি দীপাঞ্জলিৰ দুৱাৰত টোকৰ দিলেহি।



মনোহৰৰ মাত শুনি তাইৰ বুকুখন চিৰিং কৰি উঠিল। কেনেকৈ তাই মনোহৰক মুখ দেখুৱাব। তাইৰ দুচকুত অশ্ৰুৰ প্লাৱন নামিছিল। তাই অনুভৱ কৰিলে এয়া যেন তাই সৰুতে হেৰুৱা পিতৃৰ মাত। কিয় এই অৱস্থাত মনোহৰে তাইক দেখা কৰিবলৈ আহিছে ? কিন্তু মনোহৰে বাহিৰত উৎপাত লগোৱাত তাই দুৱাৰৰ দুকটো খুলি দি বিছনাত বহি দুয়ো হাতেৰে চকু দুটা মুদি ধৰিলে।

মনোহৰ বুঢ়াই দীপাঞ্জলিলৈ চাই হাঁহি হাঁহি ক'লেঃ আইদেউ ! কিয় কান্দি আছা ? এইখন লোৱা কাগজ। শনিবাৰে মোক কোৱা হ'লে শনিবাৰেই টকাখিনি দিব পাৰিলোহেঁতেন। আজি পুৱা গম পাইহে মোৰ হাতৰপৰাই টকাখিনি অফিচত দি তোমাক পৰীক্ষা দিবলৈ অনুমতি-পত্ৰখন লৈ আহিছোঁ। আমি দুখীয়া হলেও বিপদত সহায় কৰিব পৰা মন এটা আমাৰ অন্ততঃ আছে।

দীপাঞ্জলিৰ চকু দুটা বহল হৈ আহিল। তাই সপোন নে দিঠক একো ধৰিব নোৱাৰিলে। এক মূক বেদনাই তাইৰ বুকুখন বাৰিষাৰ মেঘৰ গাজনিৰ দৰে হিল্লোল পাৰি উঠিল। তাই দৌৰি গৈ সন্মুখৰ মনোহৰ বুঢ়াক সাবটি ধৰি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। মনোহৰ বুঢ়াক কান্দি কান্দি ক'লেঃ মনোহৰ কাই ! দুৰাতি দেহৰ বিক্ৰীৰে টকা-শাড়ী সকলোবোৰ আনিছোঁ।

হতভম্ব হৈ গ'ল মনোহৰ বুঢ়া। সেই মুহূৰ্তত সি উপলব্ধি কৰিলে যেন তাৰ গাঁতত সোমোৱা চকু দুটা একেবাৰে কোনোবা অতল গহ্বৰত সোমাই পৰিছে। তেতিয়াহে মনোহৰ বুঢ়াই গম পালে হোষ্টেলৰ অৱশিষ্ট নিমাষিত ছোৱালীজনীও অৱশেষত মকৰা জালত পৰিলগৈ। মৌনতাৰে মনোহৰ বুঢ়া দীপাঞ্জলিৰ কোঠাৰপৰা ওলাই আহিল।

সিদিনা ৰাতি চন্দ্ৰৰ পূৰ্ণগ্ৰহণ লাগিছিল।

## মাছ—মঙহ—মানুহ

পুৱাৰেপৰা চম্পাৰ মনটো এক অবৰ্ণনীয় আনন্দেৰে ভৰি পৰিল। শেষ ৰাতিতে তাইৰ টোপনি ভাগিছিল আৰু যেতিয়াই তাইৰ টোপনি ভাগিছিল তেতিয়াৰপৰাই তাইৰ মনত অলীক ভাৱনাবোৰ এটাৰ পিচত এটাকৈ আহি কছৰত কৰিছিল। জীৱনৰ কুৰিটা বছৰ তাইৰ দেহৰপৰা পিছলি গৈছে। এই কুৰিটা বছৰত তাই মাক আৰু দুটাকৈ ককায়েকক হেৰুৱাইছে। সৰু ভায়েক তিনিওটা চালুকীয়া অৱস্থাতে এৰি মাকে পৃথিৱীৰপৰা মেলানি মাগিছিল। বাপেকৰ অৱস্থা ভাল নহয়। কফ বেমাৰটোৱে উক দিলেই ঘৰখন অচল হৈ পৰে। ঠাণ্ডাৰ দিন কেইটাত ঘৰখনৰ অৱস্থা পানীত হাঁহ নচৰা হয়। তথাপি বাপেক ৰূপৰাম শইকীয়াই শালিখেতি আৰু আহুখেতিখিনি কোনো-মতে সিহঁতৰ সৈতে ধৰি-মেলি পথাৰৰপৰা সামৰি আনে। জীৱিকা বুলিবলৈ সিহঁতৰ পথাৰৰ মাটি কেইডোখৰেই।

চম্পাই থিৰাং কৰিলে, তাই আজি পথাৰলৈ নেযায়। ঘৰৰ কামখিনি সোনকালে কৰি পেলাব। সিহঁতৰ নাওবৈচা গাওঁখন ৰংপুৰ চহৰৰপৰা মুঠেই ছয়মাইল দূৰৈত অৱস্থিত, অথচ তাইৰ জীৱনৰ কুৰিটা বছৰ পাৰ হোৱাতো চহৰত কোনো এখন টকী বাইস্কোপ চাবলৈকো সুবিধা পোৱা নাই। মাথোন সিহঁতৰ গাৱঁতে ভাওনা আৰু শিৱথানত বছেৰেকীয়া পূজা হলে তাক চাবলৈ পায়। তাই ভাবিলে, নগৰৰ ছোৱালীবোৰে চাগৈ দিনে দিনে টকী-বাইস্কোপ



চায়েই থাকে। সেয়ে সিহঁতৰ ইমান সুখ। তাই গোটেই দিনটো ঘৰৰ কাম, পথাৰৰ কাম কৰিয়েই শেষ কৰিব নোৱাৰে।

পুৱা বাপেক ৰূপৰামে চম্পাক পথাৰলৈ লগ ধৰিছিল, যদিও তাই বাপেকক কলে : পিতাই! আজি মই পথাৰলৈ নেযাওঁ। সৰুকণ-হঁতেই যাওক দে। বোকা দিয়া মাটিখিনিৰ অলপহে বাকী আছে। সেইকণ সিহঁতেই এই বেলাতে মাৰি আঁতাব পাৰিব। বাপেকে চম্পাৰ মন বুজিব পাৰিলে। তাই আজি চহৰত টকী চাবলৈ যাব; সেয়ে তাই ঘৰুৱা জঞ্জালবোৰ মাৰি ওলাই থাকিব খুজিছে।

বাপেক আৰু সৰু ভায়েক কেইটা পথাৰলৈ যোৱাৰ পিচত চম্পাই বাহী বনখিনি শেষ কৰিলে। ঘৰটো সোঁতাৰে মচিলে। এইবিলাক কাম কৰি থাকোঁতে তাইৰ মুখত অসংলগ্ন গীতৰ কলিবোৰে অহা যোৱা কৰিলে। মুখৰ ভিতৰতে আকৌ তাই গুণগুণাই কিবাবোৰ গালে। মাজে মাজে বিয়ানামৰ দুই চাৰি ফাঁকিও গালে।

চম্পাই সন্মুখৰ দুৱাৰখন বন্ধ কৰি ভিতৰ সোমাল। দুটা কোঠালীৰ খেৰিঘৰ। সৰুঘৰ হলেও তাই ঘৰটো মাটি লেপি বেৰৰ ওপৰত গেৰুৱা ৰং দিছে। সন্মুখৰ বেৰৰ ওপৰত সৰুকণে চূণেৰে ডাঙৰকৈ "ৰাম-কৃষ্ণ" "ৰাম-কৃষ্ণ" বুলি কেইবা ঠাইতো লিখি ৰাখিছে। সন্মুখৰ কোঠালীত এখন তক্তাপোচ। তাতে বাপেক শোৱে। এই কোঠাটোৰ বেৰত কাপোৰৰ ওপৰত তাই নিজ হাতে কৰা শ্ৰীকৃষ্ণৰ বাল্যকালৰ এখন নক্সা, দুটা ম'ৰা চৰাই ওঁঠত ওঁঠ লগাই থকা অৱস্থাত চিলাই কৰা এখন নক্সা আৰু এখন হৰিণৰ নক্সা— মুঠতে তিনিখন এনেধৰণৰ চিলাই কৰা কাম তাই ফ্ৰেমত বন্ধোৱাই আঁৰি ৰাখিছে। সৰুকণে ক'ৰবাৰপৰা তিনিখন কেলেণ্ডাৰ আনি সেই একেটা ৰুমতে সজাই ৰাখিছে।

চম্পাই সন্মুখৰ কোঠাটোত এবাৰ চকু ফুৰালে। ঠিকেই আছে। তাই ভিতৰৰ কোঠাটোলৈ সোমাই গ'ল। তাই বিছনাখনৰ ওপৰত

বহি বহুতো গুণাগথা কৰিলে। কোনযোৰ কাপোৰ পিন্ধি তাই টকী চাবলৈ যাব—মাকৰ দিনতে তাইলৈ বুলি ৰখা মুগাৰ মেখেলা-চাদৰ যোৰকে পিন্ধি যাব। ইয়াৰ বাহিৰেও তাই নিজে বোৱা লখিয়ন পাটৰ এযোৰ কাপোৰ আছে। কিন্তু এইবোৰ তাই এতিয়া উলিওৱা ঠিক নহব। ভাগ্যত ঘটিলে বিয়াতে লাগিব।

চম্পাই অলপ সময় ভাবিলে। মুগাৰ মেখেলা-চাদৰ পিন্ধিলে চহৰৰ ছোৱালীবোৰে হাঁহিব নেকি? তাই শুনিছে চহৰৰ ছোৱালী-বোৰে কুৰি বছৰ পাৰ হৈ গলেও ফ্ৰক পিন্ধিয়েই থাকে। তাকো আঠুৰপৰা আৰু এবেগেত ওপৰলৈকে হেনো। ছিঃ! তাই মৰিলেও তেনে পোছাক পিন্ধিব নোৱাৰে। তাই মুগাৰ চাদৰ-মেখেলা যোৰকে পিন্ধি যাব। নাৰিকল তেলৰ বটলত আধা বটল তেল আছেই। শিৱপূজাৰ সময়ত কিনি থোৱা চেণ্ডেলযোৰ নতুন হৈয়ে আছে। তাকে পিন্ধি যাব। মাথোন গাটো তাই আজি সযত্নেৰে ধুই যিমান পাৰে পৰিষ্কাৰ কৰিব।

দুপৰীয়া বাপেক আৰু ভায়েকহঁত পথাৰৰপৰা ঘূৰি আহিল। আবেলি সকলো ঘৰতে আছে। সৰু ভায়েকটোৱে বায়েকক খাই মাৰিছে, তাকো তাইৰ লগত টকী চাবলৈ নিব লাগে।

এনেতে চম্পাৰ আতৈয়েক বোধেশ্বৰ আহি চোতালৰপৰা মাত লগালে: আই, চম্পা! পিতায়েৰ আছেনে?

চম্পাই ভিতৰৰপৰা মাত লগাবলৈ নৌ পাওঁতেই ৰূপৰাম শইকীয়াই নিজে মাত লগালে: বাপ! আহক—সোমাই আহক। বোধেশ্বৰ সোমাই গৈ সন্মুখৰ কোঠাত বহিলগৈ।

বোধেশ্বৰ আৰু ৰূপৰাম দুয়ো বাল্যকালৰে বন্ধু। বোধেশ্বৰ নিঃসন্তান। ঘৈণীয়েকো দুবছৰৰ আগতে ঢুকাইছে। ঘৈণীয়েক ঢুকুৱাৰ পিচৰপৰা বোধেশ্বৰ প্ৰায় সময়তে ৰূপৰামৰ ঘৰতে কটায়। বোধেশ্বৰে ভাবিছিল ঘৈণীয়েক ঢুকুৱাৰ লগতে তেওঁও ঢুকুৱাহেঁতেন ভাল আছিল। এতিয়া অকলশৰীয়া। একেবাৰে নিঃসংগ জীৱনটো



পাৰ কৰি নিবলৈ উপায় নোপোৱাত পৰিছে। তথাপি ৰূপৰামৰ ঘৰখন পালে খন্তেকৰ কাৰণে বোধেশ্বৰে সকলো পাহৰি যায়।

দুয়ো বহাৰ পিচত ৰূপৰামে কলে: পৰহিয়েই দিয়া বোকাকণ আজি আগবেলাহে কোনোমতে ৰুই শেষ কৰিলোঁ। এইবাৰ খেতিবাতি কি হয় ভগৱানেহে জানে। বতৰ বৰ খৰাং। ৰংপুৰ সমবায় বেঙ্কৰ ছেক্ৰেটৰী শৰ্মাই টকা দিওঁ বুলিছে। সেয়ে আশা।

বোধেশ্বৰে কলে: বেংকৰ ছেক্ৰেটৰীক আপুনি লগ ধৰিছিল নেকি?

ৰূপৰামে টপৰাই কলে: শৰ্মা আমাৰ গৰীবৰ ঘৰলৈ কেইবাবাৰো আহিছে। পিছে ইমান ডাঙৰ মানুহ এই গৰীবৰ ঘৰলৈ অহাৰ কথা ভাবিবই নোৱাৰি। কেইবাবাৰো আহি আমাৰ ঘৰৰপৰাই মাছ লৈ গৈছে। জানেই নহয়—ৰংপুৰ চহৰত মাছৰ জুই-ছাই দাম। মাছ নহয় যেনিবা সোণহে। সাধাৰণ মানুহে পুঠি চেলেকনা এটাও খাবলৈ নেপায়। পিছে গাড়ী থকা মানুহৰ মৰণ নাই! চৰকাৰী চাকৰিয়ালবোৰে আমাৰ নাওবৈচা গাঁৱলৈকে মাছ কিনিব আহে দেখোন। দেখিছেই নহয়। আমাৰ গাঁওখন ট্ৰাঙ্কৰোডৰ কাষতে হৈ তেওঁলোকৰ কি সুবিধা হৈছে। সেই পদূলিমুখত মাছ ৰখাৰ কাৰণে ৰাস্তাইদি যোৱা মানুহৰ মাছ কিনিবলৈ সুবিধা হয়।

চম্পাই খুন্দা তামোল আনি দুয়োৰে আগত বটাটো থলেহি। দুয়ো খুন্দা তামোলখিনি ভাগ কৰি মুখত ভৰালে। লগতে চেধাৰ টুকুৰা এটা মুখত ভৰাই ললে। ৰূপৰামে আকৌ মাত লগালে: পিচে ৰব বাপ! শৰ্মাৰ লগত চিনাকিৰ কথাটো কোৱা হোৱাই নাই।

এদিন এখন জীপগাড়ী আহি আমাৰ পদূলি মূৰত ৰ'লহি। আমাৰ সৰুকণে পদূলিমুখতে মাছখিনি টৌত ৰাখি গ্ৰাহকৰ কাৰণে বৈ আছিল। কাষতে চম্পাও থিয়দি আছিল। জীপখনৰপৰা মানুহ এজন নামি আহিল। সৰুকণক টৌত থকা মাছখিনি দেখুৱাবলৈ

ক'লে। মাছখিনি গোটেই কিনি ললে। জীপত উঠিবলৈ গৈ মানুহজনে চম্পাৰ নামটো হেনো সুধিলে আৰু ঘৰত কোন কোন আছে, ঘৰ কোনটো তাকো সুধিলে। যাবৰ সময়ত চম্পাক কৈ গ'ল তেওঁ হেনো মাছ নিবলৈ মাজে মাজে আমাৰ ঘৰলৈ আহিব। ভাল মাছ জীয়ন দি ৰাখিবলৈ কৈ গ'ল। চম্পাই শলাগিলে। মানুহজন গ'ল, যদিও চম্পাই মোৰ আগত মানুহজনক শলাগিলে।

সেইজন মানুহেই চন্দ্ৰ শৰ্মা। ৰংপুৰ সমবায় বেংকৰ ছেক্ৰেটৰী। পিচত সঁচাকৈয়ে মানুহজন আমাৰ ঘৰলৈ আহিল। বৰ অমায়িক মানুহ। পীৰাত বহি চাহপানী খাই গৈছে। অফিচাৰ বুলি কোনো ভেম নাই। চম্পাক হেনো এখন বিলাতী তাঁতশাল দিব। মোকো খেতিৰ কাৰণে কিছু টকা চৰকাৰৰপৰা দিব। মানুহজন আহি আমাৰ গৰীবৰ প্ৰতি অলপ সদয় হৈছে। চম্পাক চহৰত টকী দেখুৱাম বুলি এদিন ক'লে।

আজি চন্দ্ৰ শৰ্মা অহাৰ কথা আছে। চম্পাজনীৰ গাত ততেই নাইকিয়া হৈ আছে। তাইক হেনো আজি চহৰত টকী দেখুৱাবলৈ নিব। আকৌ গাড়ীৰে থৈ যাবহি। যাওক দিয়ক! তাই জন্মৰে পৰা টকী-বাইস্কোপ এখন আজিকোপতি দেখি পোৱা নাই। ৰূপৰামে বোধেশ্বৰৰ মুখলৈ চালে।

বোধেশ্বৰে যেন কথাটো ভাল নেপালে। বোধেশ্বৰে কলে, বাপ! কথাটো কেনে হব বাৰু? হেজাৰ হওক চম্পা ছোৱালী মানুহ। তাতে নাওবৈচা গাৱঁত ছোৱালীবোৰৰ এনেয়ে বু-বু-বা-বা খন ওলাই থাকেই।

এনেতে চম্পাই ভিতৰৰপৰা তপৰাই মাত লগালে: তাৱেঁ, শৰ্মা আমাৰ ঘৰুৱা মানুহৰ দৰে। তাতে জীপৰ ড্ৰাইভাৰ যাব। কিহৰ ভয়? চহৰৰ ছোৱালীবোৰে অকলে অকলে দেখোন ঘূৰি ফুৰে। ক'ৰপৰা কলৈ যায় মাক-বাপেকেও নেজানে দেখোন। আমি ফুৰিলেহে জগৰনে?



বোধেশ্বৰে চম্পাৰ কথাখিনি হজম কৰিব নোৱাৰিলে। মাথোন কলে: আই! হেজাৰ হওক আমি গাৱঁৰ মানুহ।

বোধেশ্বৰে কথাটো বেয়াৰ পিনলৈ ঢাল লোৱাৰ ভয়ত বেলেগ কথা উলিয়ালে। ক'লে, বাৰু এইবোৰ বাদ দিয়া বাপ! পিচে পঞ্চায়ত-বোৰত চৰকাৰে লাখ লাখ টকা ঢালি কি উপকাৰ কৰিছে মই একো বুজিবই পৰা নাই। চৰকাৰে টকা ঋণত দিছে হয় কিন্তু পঞ্চায়ত ছেক্ৰেটৰীসকলে কি কৰিছে? চৰকাৰী চাকৰিয়ালবোৰক ভোগৰ সকলো সুবিধা দি কত টকা আত্মসাত কৰিব লাগিছে।

ৰূপৰামে বোধেশ্বৰৰ কথাত হয়ভৰ দিলে। ৰূপৰামে কলে: চৰকাৰে আমাক সকলো ধৰণৰ সুবিধা দিছে। অথচ আমিহে এই সকলোবোৰ নষ্ট কৰিছোঁ। ভাত খাবলৈ দিওঁতে আমি আঙুলি চোবাইছোঁ। আচলতে বাপ, কি জানে? আমি বান্দৰ হৈয়ে আছোঁ। বৃটিছে আমাক বান্দৰ বনাই থৈ গৈছে আৰু আমি অতদিনে বান্দৰ হৈয়ে থাকিলোঁ। পিচে বাপ! মনত পৰেনে স্বাধীনতা যুদ্ধত আমি কি কৰিছিলোঁ? আজি ৰূপৰাম শইকীয়া আৰু বোধেশ্বৰ শইকীয়াক কোনে চিনি পায়? মেধি, দাস এই নেতাসকলৰ লগত আমিও দেখোন একেখন জেলতে ভাত খাইছিলোঁ। এতিয়া আমাক চিনি পোৱা মানুহেই নাই।

এনেতে এখন জীপ আহি ৰূপৰামৰ পদুলিমুখত ৰলহি।

ৰূপৰামে কলে: চম্পা, গাড়ী আহিছে। তইঁত সাজু হ। সৰুকণকো লগত লৈ যা। ৰাতিৰ কথা। চম্পাই সৰুকণক বেগা-বেগীকৈ ওলাবলৈ ক'লে। চম্পাই ইমানপৰে ভিতৰতে সাজি-পাৰি একপ্ৰকাৰ ওলায়েই আছিল। পদুলিমুখত গাড়ী ৰোৱা শুনি তাই সন্মুখৰ দুৱাৰ মুখ পালেহি। জীপৰপৰা বুঢ়া ড্ৰাইভাৰ সিন্ধুৰা নামি অহা তাই লক্ষ্য কৰিলে। তাই অলপ হতাশ হ'ল। ছেক্ৰেটৰী অহা নাই। কিবা হ'ল? টকী চোৱাটো বন্ধই হব নেকি? তাই দেখিলে সিন্ধুৰা ড্ৰাইভাৰে এই লেতেৰা খাকী পোছাকযোৰ

সদায় পিন্ধে। বোধকৰো বেচেৰাৰ আৰু দ্বিতীয়যোৰ কাপোৰ নাই।

সিন্ধুৰাই অলপ আঁতৰৰপৰাই চিঞৰি আহিল : কি আইদেউ! বহুত পৰৰ আগৰপৰাই ওলাই আছা নেকি? মোৰহে অলপ দেৰি হ'ল। চাহাবে বেগেতে আহিবলৈ কৈছিল। কিন্তু বাটতে গাড়ীৰ চকা এটাৰ বতাহ যোৱাত আকৌ বতাহ দি আনিবলগীয়া হ'ল।

কথাখিনি কৈ কৈ সিন্ধুৰা ড্ৰাইভাৰ চম্পাৰ ওচৰ পালেহি। ৰূপৰামে সিন্ধুৰাক ভিতৰলৈকে মাতি পীৰা আগবঢ়াই দিলে বহিবলৈ।

এনেতে বোধেশ্বৰে ৰূপৰামৰপৰা বিদায় ললে।

চম্পাই সিন্ধুৰাক সুধিলে : চাহাব নাহিল দেখোন? ৰূপৰামেও একেটা প্ৰশ্নকে কৰিলে।

সিন্ধুৰা ড্ৰাইভাৰে কলে : চাহাব অফিচৰ কামত ব্যস্ত আছে। চিনেমাৰ টিকট কাটি ৰাখিব। চিনেমা হলতে লগ পাব। তোমাক নিবলৈ গাড়ী পঠাইছে।

চম্পাই সৰুকণক ওলাই হ'লনে নাই সুধিলে। এনেতে সিন্ধুৰা ড্ৰাইভাৰ অলপ নিমাত হৈ ৰ'ল। বুঢ়া ড্ৰাইভাৰৰ সমগ্ৰ মুখমণ্ডলত এক অবৰ্ণনীয় কাৰুণ্যৰ প্ৰতিচ্ছবি জিলিকি উঠিল। সিন্ধুৰাই কলে : আইদেউ! তুমি অকণমান ভিতৰলৈ যোৱাচোন। দেউতাবাৰ লগত মোৰ অকণমান কথা আছে।

চম্পা ভিতৰলৈ সোমাই গ'ল, যদিও মনত এক শংকা বৈ গ'ল। ৰূপৰাম শইকীয়া উদ্বিগ্ন হৈ ৰল। বুঢ়া ড্ৰাইভাৰ সিন্ধুৰাৰ আকৌ তেওঁৰ লগত কি গুপুত কথা থাকিব পাৰে? ৰূপৰামে ধৰি ললে নিশ্চয় সিন্ধুৰাই টকা ধাৰলৈ বিচাৰিব।

সিন্ধুৰা ৰূপৰামৰ কাষলৈ গৈ বহিল। এটা হুমুনিয়াহ কাঢ়ি সি কলে : দেউতা। আপোনাৰ আৰু মোৰ বয়স অলপ মাথোন আগ-পিচ হ'ব। আপোনাক আৰু মই কি কম? যোৱা ত্ৰিশটা



বছৰে গাড়ীৰ ড্ৰাইভাৰৰ কাম কৰিয়েই খাই আহিছোঁ। পাঁচজনীকৈ ছোৱালী গাভৰু হৈ ঘৰতে বহি আছে। ক'তো গতাব পৰা নাই। তাতে পৰিবাৰ কেতিয়াবাই ঢুকাল। তথাপি ছোৱালী কেইজনীক খোৱা-বোৱাত কোনো কষ্ট দিয়া নাই। অসমীয়া তাঁত-শাল দুখনমান যোগাৰ কৰি দিছোঁ। তাৰে দুই-চাৰি টকা ওলাই থাকে। কেতিয়াবা কেতিয়াবা মই নিজেই ৰাতি প্ৰাইভেট মটৰ গেৰেজত কাম কৰি দুপইচা আৰ্জো। আমাৰ চাহাব শৰ্মাই বিলাতী তাঁতশাল এখন মোক এনেয়ে দিয়াৰ কথা কৈছিল। মই নললো। শৰ্মাক বোধকৰো আপুনি চিনি নেপায়। দেখাত একেবাৰে অমায়িক। ভিতৰি ফেঁটী সাপ। দেউতা! মই দুখ পাইছোঁ আপুনি আপোনাৰ ছোৱালীজনীক এনেদৰে এৰি দিবলৈ বিচৰাত।

ৰূপৰাম শইকীয়াৰ চকু দুটা থৰ হৈ গ'ল। ৰূপৰামে সিন্ধুৰা ড্ৰাইভাৰৰ মুখলৈ চাই নিৰ্জীৱ পদাৰ্থৰ দৰে ৰল। সিন্ধুৰাই এইবোৰ কি কৈছে—ৰূপৰামে একো বুজিব নোৱাৰিলে। সিন্ধুৰাই কৈ গ'ল : দেউতা! আচৰিত নহব। সেই শৰ্মা ছেক্ৰেটৰীয়ে মোৰ ছোৱালী কেইজনীকো এনেদৰে হাত কৰিবলৈ অভিপ্ৰায় কৰিছিল। আমি আমাৰ দুখ-বেজাৰ-লাজ-অপমান নিজে উপলব্ধি নকৰিলে আমাৰ কাৰণে কোনে কৰিব? আমাৰ দৰে মানুহৰ অভাৱখিনিৰ সুযোগ লৈয়ে শৰ্মাৰ নিচিনা মানুহবোৰে আমাৰ গৰীব শ্ৰেণীটোক শেষ কৰি পেলাইছে। বেংকৰ কেৰাণী ছোৱালীৰপৰা শিপিনী সংঘৰ ছোৱালী-বোৰলৈকে শৰ্মা ডাঙৰীয়াই সকলোৰে জীৱন শেষ নকৰাকৈ থকা নাই। আপোনাৰ ছোৱালীজনীয়ে চহৰত টকী বাইস্কোপ চাব নালাগে। মই শৰ্মাক যি কবগৈ লাগে বাৰু ক'মগৈ। দেউতা! মোৰে শপত—ছোৱালীজনী নপঠিয়াব।

ৰূপৰাম শইকীয়া সেইপিনে নিতাল মাৰিলে।

এনেতে সিন্ধুৰা ড্ৰাইভাৰে স্পষ্টকৈ শুনা পালে—বেৰৰ সিপাৰৰ পৰা কাৰোবাৰ কান্দোনৰ উচুপনি। সিন্ধুৰাৰ মনটো সেমেকি গ'ল।

সি থোকাথুকি মাতেৰে ৰূপবামলৈ চাই কলে ঃ দেউতা আহোঁহে। আৰু অলপ জোৰ কৰি কঁপা কঁপা মাতেৰে সি কৈ গ'ল ঃ আইদেউ! গৰীব মানুহ গৰীব হৈ থকাই ভাল। দুখ কৰিব নেলাগে। টকী বাইস্কোপ এইবোৰ আমাৰ কাৰণে নহয়।

সিন্ধুৰা ড্ৰাইভাৰ ৰাস্তা পাই জীপখন ৰংপুৰ চহৰলৈ বুলি ঘুৰালে। জীপ আগবাঢ়িল ৰংপুৰ চহৰলৈ। কি এক অস্ফুট বেদনাত সিন্ধুৰাৰ চকুৰেদি দুটোপাল চকুলো ষ্টিয়েৰিঙৰ ফ্ৰেমটোত পৰিলগৈ। নাও-বৈচা গাৰঁৰপৰা ৰংপুৰ চহৰ সোমোৱালৈকে সিন্ধুৰাই গাড়ীখন কোন পিনে আনিলে—সি নিজেই ভাবি নেপালে।

ৰংপুৰ চহৰৰ "ৰংঘৰ" চিনেমাঘৰৰ ওচৰত গাড়ীখন ৰলগৈ। চন্দ্ৰ শৰ্মা জীপৰ পিনে উধাতু খাই আহি দেখে—গাড়ীত চম্পা নাই!

শৰ্মাই সিন্ধুৰালৈ বডা চকুৰে চাই কলে ঃ কি হ'ল?

সিন্ধুৰাই স্পষ্টকৈ শৰ্মাক ক'লে ঃ ছোৱালীজনী আবেলিতে হেনো ঋতুমতী.....।



## প্ৰহৰী

যি জলৰাশি কোনো পৰ্বত বা হ্ৰদৰপৰা ওলাই বহুত দূৰ বাগৰি গৈ কোনো নদী বা সাগৰত পৰেগৈ তাকে নদী বোলে। যি জলৰাশি কোনো পৰ্বত বা হ্ৰদৰপৰা ওলাই বহুত দূৰ বাগৰি গৈ কোনো নদী বা সাগৰত পৰে তাকে নদী বোলে।

সোণমইনাই ভূগোল মুখস্থ কৰিছে। বাপেক ৰত্নেশ্বৰে গাইড বান্ধৰ ওপৰত বহি সোণমইনাই মুখস্থ কৰা কথাখিনি খুব মনোযোগেৰে শুনিছে। কিতাপত এইবোৰ বৰ সঁচা কথাকে লিখিছে। এৰা! এইবিলাক লিখি-পঢ়ি মানুহ 'শিখিত' নহলে তাৰ দৰে সকলোবোৰেই 'মুৰুখ' হৈ থাকিলেহেঁতেন। উদং গাটোত গামোচাৰে মহ খেদি খেদি ৰত্নেশ্বৰে তাকেই ভাবিছে। মূৰৰ ওপৰত ষষ্ঠীৰ জোনটোৱে পৃথিবীক জোনাক বিলাইছে। সন্মুখত তাৰ মানসৰ সোণালী ঢৌবোৰ।

আজি চাৰিবছৰে ধৰি ৰত্নেশ্বৰে এই গাইড বান্ধৰ পহৰা দিছে। দিনে-ৰাতিয়ে তাৰ সন্মুখত মানস নদীখন। ইয়াৰ প্ৰতিটো ঢৌৱেই তাৰ নিচেই চিনাকি। বাৰিষা নদীৰ বুকুখন স্ফীত হৈ আহে; এক ভয়াবহ ৰূপ ধাৰণ কৰে। অফিচাৰসকলৰ মুখত পানী নাইকিয়া হয়। শীতকালত ইয়াৰ বুকু শান্ত ধীৰ হৈ পৰে—চাপৰিবোৰ ওলাই পৰে।

যোৱা এক সপ্তাহ সম্পূৰ্ণ খৰাং। ইয়াৰ আগতে সম্পূৰ্ণ এটা মাহ দিনে-নিশাই বৰষুণ দিছে। নদীৰ পানী ওফন্দি আহি তাৰ গাইড

বান্ধৰ ওপৰৰ ঘৰটো ডুবাবলৈ আৰু ডেৰফুটমানহে বাকা আছিল। গাইড বান্ধৰ ওপৰত দুটা ঘৰ। প্ৰথমটো তাৰ। তাৰ সংসাৰখন সেই জুপুৰীটোতে থাকে। চাৰি বছৰৰ আগতে মানস নদীৰ ওপৰত দলং নাছিল। তেতিয়া মানসৰ ওপৰেদি মাৰ-নাও চলিছিল। সি সেই মাৰ নাৱঁৰ প্ৰহৰী আছিল। সেই সময়ত মানুহবিলাকৰ বৰ কষ্ট হৈছিল। ঘাটৰ "লেচীৰ" ওপৰত সকলো কথা। মানুহ ভৰ্তি নোহোৱালৈকে মাৰ নচলায়। ফলত সকলোৱে খাপ পিটি বৈ থাকিব লগা হয়। ইয়াৰ পিচত মানসৰ ওপৰত দলং হ'ল। মানুহৰ অসুবিধা-বোৰ দূৰ হ'ল। চীনাবিলাকে যুদ্ধ কৰিবলৈ আহোঁতেই জানিবা ৰাস্তাটো পকা হ'ল। এই ৰাস্তাত পৰা সকলো নদীৰ ওপৰতে বহল পকা দলং হ'ল।

বত্নেশ্বৰে ভাবিলে, যুদ্ধৰ কাৰণে পকা ৰাস্তা, পকী দলং হোৱা বেয়া কথা। যুদ্ধ বৰ বেয়া বস্তু। যুদ্ধ নোহোৱাকৈ দেশত পকা ৰাস্তা পকা দলং হওক। দলঙৰ দুয়োপাৰৰ তলেদি গাইড বান্ধ হওক। দলঙো বাচক নদীকো শাসন কৰক। তাৰ মূৰৰ ওপৰেদি দুয়োখন মহাযুদ্ধ পাৰ হৈ গৈছে। যুদ্ধৰ বিভীষিকা সি দেখিছে আৰু ভুগিছে। গতিকে তৃতীয়বাৰৰ কাৰণে সি যুদ্ধ চাবলৈ ইচ্ছা নকৰে। চীনা যুদ্ধৰ সময়ত মানসৰ ওপৰত দলং হৈছে। অফিচাৰ আৰু লেবাৰবিলাকৰ কষ্ট দেখি সি বিস্ময় মানিছিল। দলং নিৰ্মাণ কৰোঁতে কিমান লেবাৰৰ প্ৰাণ হানি হ'ল তাক কোনো বুৰঞ্জীয়ে নাম নললে। ইমান তৎপৰতা কৰি কাম কৰা বেয়া। ইয়াৰ পিচত পাকিস্তানে যুদ্ধ আৰম্ভ কৰিলে। দলংবোৰ বোমা দি ভাঙি পেলোৱাৰ ভয়ত সৈন্য ৰাখিলে। মেচিনগান ফিট কৰি আকাশলৈ টোৱাই থাকিল শত্ৰুৱে দলং ধ্বংস কৰে বুলি। এই যুদ্ধও থামিল। দলঙৰ দুয়ো মূৰত দুজন মিলিটেৰী প্ৰহৰী ৰাখিছে। দুয়োজন মাদ্ৰাজী মানুহ। নাম বত্নেশ্বৰৰ মনত নাথাকে। মাদ্ৰাজী মানুহবোৰৰ নাম এডৰা এডৰা। তাৰ সুবিধাৰ কাৰণে সি এজনক বন্ধু আনজনক বান্দৱ বুলি মাতে। সিহঁত তাতে সন্তোষ হয়।



বত্নেশ্বৰৰ জুপুৰীৰ অলপ আগলৈ মিলিটেৰী বন্ধু দুজনৰ খেৰী ঘৰটো। খোৱা-বোৱা আৰু জিৰণিৰ কাৰণে বনাই লৈছে।

বত্নেশ্বৰে ভাবিলে বিপদে-আপদে ইহঁতেই তাৰ বন্ধু। এনেতে বত্নেশ্বৰৰ পৰিবাৰ ৰূপেশ্বৰী ঘৰৰপৰা ওলাই আহি কলেহি: কিয়! বহি যে আছে, কালিলৈ গুৰুজনাৰ তিথিলৈ বস্তুখিনিনো গোটেই নাখালে, ইপিনে অভাবচিয়াৰ, মহৰী, বন্ধু-বান্ধৱ সকলোকে মাতিছে দেখোন। বত্নেশ্বৰে ক'লে: হব দে! দৈ, কোমলচাউল, গুড়, গাজী, বুট সকলোখিনিকে আনিছোঁ দেখোন আৰু কি কি লাগিব। ৰূপেশ্বৰীয়ে ক'লে: কিয়! প্ৰসাদলৈ দেখোন আৰৈ চাউল পোৱাই নাই আৰু নাৰিকল কুহিয়াৰ কেইটুকুৰামান হ'লে ভাল হয়। বত্নেশ্বৰে ক'লে: কালিলৈ পুৱাই নাকেহঁতৰ ঘৰৰপৰা আনিমগৈ যা। ৰূপেশ্বৰী ভিতৰলৈ গলগৈ। এইবাৰ জীয়েক নীলি আহি ক'লেহি: পিতাই! মানুহ যে মাতিছ বহিবলৈ দেখোন একোৱেই নাই। বত্নেশ্বৰে টিঙিচ কৰে উত্তৰ দিলে: মা, মা, হেৰ। সাত পুৰুষ মৰি গ'ল ফটা পীৰাত বহি এতিয়া আকৌ বত্নেশ্বৰে চকী, বেঞ্চ যোগাৰ কৰোঁগৈ হেৰ! ডাঙৰ মানুহ আহিলেও বহিব জানিলে মাটিয়েই পীৰা। ভেকাহি মাৰি নীলি ভিতৰলৈ গলগৈ।

বত্নেশ্বৰৰ মনটো সেমেকি উঠিল। ছোৱালী গাভৰু হওঁ হওঁ। ষাঠিৰ বতাহে কোবাই যোৱা বত্নেশ্বৰৰ মনটোৱে বুজি পালে নীলিৰ কোনখিনিত লাজ লাগিছিল। তাইৰ যৌৱন আহি পৰিছেহি সন্মুখত। কোনোবা ভাল মানুহ আহিলে বহিবলৈ নতুবা চাহ এটোপা দিবলৈ এটি ভাল বস্তুৰ দৰকাৰ তাই অনুভৱ কৰিছে। কিন্তু কি হ'ব তাৰ অভাৱগ্ৰস্ত সংসাৰখনলৈকো চাব লাগিব। দুদিন নে এদিন অভাৱ-চিয়াৰ বাবু শইকীয়াই চাইকেল চলাই চলাই ভাগৰ লগাত তাৰ ঘৰতে পানী এবাটি খাই গৈছে। সেই সময়ত বত্নেশ্বৰে বুজি উঠিছিল বাটিত পানী দিয়াটো নীলিৰ কাৰণে লাজৰ কথা। যুগ পৰিবৰ্তন হৈছে। সোণমইনাই চিঞৰি চিঞৰি পঢ়া মনত আছে আগৰ দিনত

হেনো মানুহবিলাক নঙঠা আছিল। পৰ্বতৰ গুহাত বাস কৰিছিল। কেঁচা মঙহ খাই জীয়াই আছিল। এতিয়া সেই যুগ নাই। মানুহ বহুতো ওপৰলৈ গৈছে। ৰত্নেশ্বৰে ভাবিলে সিও পাথৰৰ ওপৰতে জীয়াই আছে। কাপোৰ পিন্ধিছে যদিও অৱস্থাত পৰিহে পিন্ধিব পাৰিছে। ভাত-পানী খাইছে যদিও অৱস্থাত পৰিহে খাইছে। এতিয়া তাৰ খাবলৈ নাই। কেঁচা মঙহ খোৱা যুগটো এপিনে চাবলৈ গ'লে ভালেই আছিল। অভাৱ নাছিল একোৰে। তাৰ সাত পুৰুষ মৰি গৈছে ভাত খায়। আজি সি ভাত খাবলৈ নেপায়। যোৱা এটা মাহ আটা খাই আছে। আটা নেপালে মানসৰ পানী খাই থাকে। আদিম মানুহবিলাক স্বাধীন আছিল, মুক্ত আছিল, সেইবাবে সিহঁতৰ আত্মাৰ শান্তি আছিল।

এইবিলাক ভাবি-চিন্তি ৰত্নেশ্বৰে চল্লিচৰ দেওনা পাৰ হোৱাটো সি বিয়া কৰাবলৈ সাহস নকৰিছিল। তেতিয়াৰ দিনত বস্তুৰ দাম সস্তা আছিল। অকলে মাৰনাৱৰ পহৰা দিব লাগিছিল। কিন্তু যুদ্ধৰ জোকাৰণি আৰু দলং কৰা কোম্পানীৰ কাৰণে বস্তুৰ দাম জুই যেন হ'ল। ইপিনে আকৌ টকাৰ মূল্য হেনো কমি গ'ল। ফলত বস্তুৰ দাম ত্ৰিশগুণ বাঢ়ি গ'ল। কিন্তু মাৰনাৱত থাকোঁতেই ঘাটৰ "লেচী"ক ধৰি-মেলি ৰত্নেশ্বৰৰ ডজুৱা জীৱনটো সলনি কৰি দিলে। বিধৱা ৰূপেশ্বৰীৰ লগত ৰত্নেশ্বৰৰ বিয়াখন পাতি দিলে। দুয়োৱে দুয়োকো উদ্ধাৰ কৰিলে।

বিয়াৰ পিচত তাৰ বেয়া লগা নাই। বৰং আগৰ মন মৰা স্বভাৱটো তাৰ নাইকিয়া হ'ল। তাৰ পিতাকে বিয়া নকৰোৱাহেঁতেন এই ঘাটৰ প্ৰহৰী অইন কোনোবা এজন হ'লহেঁতেন। সি সেইটো নিবিচাৰে। তাৰ আজু পিতাকো এই ঘাটৰ প্ৰহৰী আছিল। তাৰ সৈতে তিনিটা পুৰুষ এই ঘাটৰ প্ৰহৰী। সোণমইনা নতুবা লাটুমণি যেই কোনো এটাক সি তাৰ চাকৰিটো শেষ বয়সত জাপি দিব। মানসৰ ওপৰত দলং হ'ল। দয়ালু অফিচাৰে তাক গাইড



বান্ধৰ প্ৰহৰী কৰি দিছে। মানসৰ পানী-বালি সকলোবোৰ তাৰ পুৰুষ অনুক্ৰমে পহৰা দি যাব। সি সকলোৰে ওচৰত কৃতজ্ঞ। তাৰ সংসাৰখন গাইড বান্ধৰ ডাঙৰ ডাঙৰ পাথৰৰ ওপৰতে চলি গৈছে। কোনো ওজৰ নাই কোনো আপত্তি নাই। দুখ-সুখত ৰত্নেশ্বৰ সদায় সমান। সি পঢ়িবলৈ ধৰ্মপুথি কেইভাগমান গোটাই ৰাখিছে। গুৰু সকলৰ অমৃত-সদৃশ বাণী পান কৰি সি তৃপ্তি পায়। সি ভাবিলে সংসাৰ অনিত্য, আত্মাইহে আচল সাৰ। আত্মাক তৃপ্তি দিব পাৰিলে জীৱন সাৰ্থক হয়।

এনেতে ৰত্নেশ্বৰৰ মানসৰ দলংখনলৈ চকু গ'ল। সি ভাবিলে মানুহৰ কি অপূৰ্ব সৃষ্টি। ভগবানে মানুহক সৃষ্টি কৰিছে; আৰু এই মানুহৰ সৃষ্টিত এইবিলাক অসাধ্য কাম হৈছে। অকল চিমেণ্ট, মাটি আৰু লোহাৰে কেনেদৰে দলং সাজিছে। নদীৰ বুকু ফুটাই পানীৰ মাজেৰে দলঙৰ খুঁটা সাজি ওপৰলৈ আনিছে। মানুহ ভগৱানৰ আচল সৃষ্টি। এইবিলাক মানুহ তাতকৈ বহুত ওপৰত। হওক! মানুহৰ শ্ৰেণী হওক। মগজুৰ শ্ৰেণী হওক। মানুহৰ এটা শ্ৰেষ্ঠ দল তৈয়াৰ হৈ তাৰ দৰে "মূৰুখ" মানুহবোৰক বাট দেখুৱাই লৈ যাওক। আৰু এটা সময় আহক যি সময়ত সকলোবোৰ মানুহ এক শ্ৰেণীৰ হৈ যাওক। তেতিয়া সকলোবোৰ মানুহে দেৱতাৰ স্থান অধিকাৰ কৰক।

ৰত্নেশ্বৰে মাদ্ৰাজী বন্ধু আৰু বান্ধৱৰপৰা দেশৰ উন্নতিৰ কথা শুনিছে। শুনি শুনি তাৰ মন আশ্চৰ্য্যৰে ভৰি পৰিছে। ৰুছিয়া আমেৰিকাই হেনো জোনটোলৈ মানুহ পঠাইছে। এইটো যদি সঁচা কথা হয় তেন্তে মানুহ দেৱতাৰ শাৰীলৈ গৈছেই। আগতে ৰামায়ণ-মহাভাৰতৰ দেৱতাসকল আজিৰ এই মানুহবোৰেই।

মানসৰ দলঙৰ ৰেলিঙত জোনটো ভাগি টুকুৰা-টুকুৰ হৈ পৰিছিল। ৰত্নেশ্বৰে দেখিলে পৃথিৱীখন ইমান সুন্দৰ। এই পৃথিৱীত দুখ-দৈন্য থাকিলেও সি মৰিবলৈ প্ৰস্তুত নহয়। মানুহৰ মাজতে থাকি সি মানুহৰ অপাৰ বিস্ময়ৰ কথাবোৰ চাই চাই আনন্দ উপলব্ধি কৰিব।

পিচদিনা পুৱাতে ৰত্নেশ্বৰ ঘৰৰপৰা ওলাই গ'ল। গাইড বান্ধৰ ওপৰেদি গৈ গৈ ৰাস্তা উঠিলগৈ। মাদ্ৰাজী বন্ধুৱে মানসৰ দলঙৰ এটা মূৰত বন্দুক লৈ থিয় হৈ আছে। বন্ধুৰ ওচৰ পাই ৰত্নেশ্বৰে ক'লে: বন্ধু! তোমালোক বৰ নিয়মত থাকিব লাগে দিয়া। বৰ কষ্ট হয় নহয়? বন্ধুৱে অসমীয়া কব নোৱাৰিলেও বুজি পায়। বন্ধুৱে ক'লে: হিন্দিতে—দেশৰক্ষা কৰিবলৈ হ'লে কষ্ট কৰিবই লাগিব। যুদ্ধৰ ভয় আছে। আমাৰ শত্ৰু দিনে দিনে বাঢ়িছে। তথাপি আমি ভয় নকৰোঁ।

ৰত্নেশ্বৰে ক'লে: ওচৰ-চুবুৰীয়াৰ লগত শত্ৰু হৈ থকা বৰ বিপদৰ কথা বন্ধু। শত্ৰু হবলৈ মানুহৰ একোৰে প্ৰয়োজন নাই। মিলি-জুলি থাকিব পৰাটোহে আচল কথা। শাস্ত্ৰতো কৈছে বন্ধু! গৰ্দভ চাণ্ডাল এই সকলোৰে আত্মা হ'ল ভগবান। গতিকে সকলোকে নিজৰ দৰে ভাবি মিলিজুলি থাকিব লাগে।

এনেতে এখন লিলেণ্ড গাড়ী ৰত্নেশ্বৰৰ গাৰ কাষেদি পাৰ হৈ গ'ল। তাৰ জীৱ উৰি যোৱা যেন অনুভৱ কৰিলে। এই ৰাস্তাটো হোৱাৰ পৰা গাড়ীৰ ড্ৰাইভাৰবিলাক পাগল হৈ পৰিছে। যোৱা বছৰ তাৰ বৰপুতেক বাপুকণক তাৰ চকুৰ আগতে সেই ঠাইতে চেপি মূৰৰ খোলাৰ ঘিউ উলিয়াই পলাই পতং দিলে। বাপুকণৰ কথা মনলৈ অহাত তাৰ বুকুখন কঁপি উঠিল। বন্ধুৰপৰা বিদায় লৈ সি খোজ ললে। এই ৰাস্তাতে তাৰ বৰপুতেক বাপুকণক বলি দিলে। পুলিচক 'কেচ' দিছিল। গাড়ীৰ মালিকৰপৰা টকা খাই পুলিচে কেচটো নাইকিয়া কৰি পেলালে। সুদূৰ ছটা মাহ বাপুকণৰ স্মৃতিয়ে তাৰ সীমিত সংসাৰখনক মোলান পেলাই দিলে। ৰত্নেশ্বৰে ভাবিছিল নদীৰ পাৰত ঘৰ যেতিয়া যি কোনো মুহূৰ্ততে নদীৰ পানীয়ে তাৰ সংসাৰখনৰ কোনোবাটোক নিহে এৰিব। কিন্তু বুঢ়া মানসৰ পানীয়ে তাক আজিকোপতি সেই বিশ্বাসঘাতকতা কৰা নাই। তাৰ তিনি পুৰুষীয়া সমন্ধ এই পানীৰ। কিন্তু সি কোনোকালে নভৱা কথাটোৱেই হৈ



গ'ল। বাপুকণক গাড়ী ড্ৰাইভাৰে হত্যা কৰি পলাই সাৰিল। ৰত্নেশ্বৰৰ স্কুলৰ শিক্ষা নাই। বাপেকে ঘৰতে ক-খ কিতাপখন পঢ়ুৱাইছিল। তাকে লৈ আজি সি পুথিকেইখন পঢ়িব পাৰে। পুথিত যেতিয়া পালে সংসাৰ, পুত্ৰ, পৰিবাৰ এই সকলোবোৰ অসাৰ তেতিয়া বাপুকণৰ কাৰণে বাৰে বাৰে উঠা মন জুইকুৰা ৰত্নেশ্বৰে নুমাবলৈ যত্ন কৰিলে। ৰূপেশ্বৰী, নীলি, সোণমইনা, লাটুমণি এই সকলোবোৰ ভগবানৰ দান। ইয়াত তাৰ কোনো স্বত্ব নাই। সি মাথোন নিমিত্তহে।

ভগৱানৰ নাম লৈ গৈ থাকোঁতে দলঙৰ সিটো মূৰত হাতত বন্দুক লৈ ৰৈ থকা মাদ্ৰাজী বান্ধৱক নমস্কাৰ জনাই ৰত্নেশ্বৰ অগ্ৰসৰ হ'ল। নাকেহতঁৰ ঘৰ পাওঁতে ৰত্নেশ্বৰৰ বহুতো পলম হ'ল। নাৰিকল দুটা আৰু আৰু বাৰীৰে কুঁহিয়াৰ দুডালমান কাটি লৈ ৰত্নেশ্বৰে নাকেৰ মাকক আৰৈ চাউল এপোহাৰ কথা ক'লে। নাকেৰ মাক জাঙোৰ খাই উঠিল। আৰৈ চাউল দূৰৈৰে কথা, পচা চাউল এমুঠিও ঘৰখনত নাই। সিহঁতেও কেইদিনমানৰ পৰা আটা খাই আছে। ৰত্নেশ্বৰে কেইবা ঘৰলৈকো গৈ এপোহা আৰৈ চাউল যোগাৰ কৰিব নোৱাৰিলে! কেইঘৰৰমানে মুখেৰে উত্তৰেই নিদিলে। সকলোবোৰ মানুহৰ পেটৰ জুই চকুত ফুটিছে। ৰত্নেশ্বৰে উপলব্ধি কৰিলে মানুহবোৰে হয়তো তাক উপহাস কৰিবলৈ অহা বুলি ভাবিছিল। সেয়ে মুখ শুকান কৰি নুমলি গাওঁ এৰি ঘৰমুৱা হ'ল। বাস্তাত আহোঁতে অনবৰত সি ভাবি আহিছিল কেনেকৈ ৰূপেশ্বৰীক কব গোটেই গাওঁখনতে এপোহা আৰৈ চাউল বিচাৰি নাপালে। তাৰ পৌৰুষটোক যেন ৰূপেশ্বৰীয়ে আজি অপমানিত কৰিলে। দেশত এয়া সাধুকথাৰ সৃষ্টি হৈছে। মানুহ উন্নতিৰ বাটত আগবাঢ়িছে সঁচা কিন্তু জনগণ জীয়াই থকাৰ বাটটো যেন এওঁলোকে মাৰি আনিছে—ৰত্নেশ্বৰে গোটেই বাটটো তাকে চিন্তা কৰিলে।

দুপৰীয়া ৰত্নেশ্বৰ ঘৰ পাই ৰূপেশ্বৰীক নাৰিকল আৰু কুঁহিয়াৰ

কেইদাল দি নদীত গাটো ধুবলৈ গ'ল। ৰূপেশ্বৰীয়ে আৰৈ চাউলৰ কথা সোধাত ৰত্নেশ্বৰে একো উত্তৰ নিদিলে। মাথোন তাৰ চকু দুটাত অসহায়ৰ চিন জিলিকি উঠিল। ৰূপেশ্বৰী বিমোৰত পৰিল। গুৰু-জনাৰ জন্ম তিথিত প্ৰসাদত এমুঠি আৰৈ চাউল দিব নোৱাৰিলে দোষ হব। ৰূপেশ্বৰীৰ বুকুখন কঁপি উঠিল। এয়া কোনো ভাল সংকেত নহয়। তাতে তাইৰ পুৱাবপৰা সোঁ চকুটো লৰি আছে। ৰত্নেশ্বৰে নদীত গাটো তিয়াই আহি ৰূপেশ্বৰীক ক'লেহি চাউল নহলেও মাহ-প্ৰসাদ হব দে। সেই নেদেখাজনে দেখিছে নহয় মই কিমান কষ্ট কৰিও এপোহা চাউল যোগাৰ কৰিব নোৱাৰিলোঁ। দৈ গাখীৰকণ আছে যেতিয়া কোমল চাউল আৰু গুড়ৰ সৈতে আলহী কেইজনক দিব পৰা যাব।

ৰূপেশ্বৰীয়ে সকলোখিনি যোগাৰ কৰি দিলে। ৰত্নেশ্বৰে পুথি একাইধা পঢ়িলে। নীলিয়ে যোৱাবেলি বাসত আনি দিয়া দীঘল ফ্ৰকটোকে পিন্ধিলে। তাইৰ আৰু ভাল চোলা নাই। ফ্ৰকটো তাইলৈ যথেষ্ট টান। তাই অলপ কুঁজা হৈ ফুৰিছে। বুকুৰ ওপৰৰ অংশত তাইৰ লাজ লাজ অনুভৱ কৰে লগে লগে গাল-মুখ তাইৰ ৰঙা হৈ পৰে। নীলিয়ে আলহীক দিবৰ কাৰণে চাফা-কাপোৰ দুখন বাহিৰতে শাৰী পাতি দিছে। ধুনাবাটিটোত ধুনা জ্বলাই ধোঁৱা উৰুৱাই ৰাখিছে। তাই বহুতো ভাবিলে কিন্তু তাইৰ মগজুত একো নেখেলালে।

পশ্চিম আকাশত বেলি লহিয়ালে। অভাবচিয়াৰ শইকীয়া, বাস্তাৰ মহৰী তিনিওজন আৰু মাদ্ৰাজী বন্ধু আৰু বান্ধৱ আহি ৰত্নেশ্বৰৰ ঘৰ পালেহি। ৰত্নেশ্বৰে তেওঁলোকক বহিবলৈ দিলে। নীলিক তামোলৰ বটাটো আনিবলৈ ক'লে। তাই ওলাই আহিবলৈ টান পালে। অলপ পৰ বোৱাৰ পিচত ৰত্নেশ্বৰে ক'লে ঃ অ' ছোৱালীজনী! ইমান লাজ হ'লে সংসাৰ কেনেকৈ টিকিব? ৰত্নেশ্বৰে নিজে ভিতৰলৈ গৈ বটাটো আনিলে। সকলোকে তামোল দিলে। ৰত্নেশ্বৰে অভাৱ-



চিয়াৰ শইকীয়ালৈ চাই অনুমান কৰিলে শইকীয়াবাবুৰ মুখখন বৰ মলিন দেখা গৈছে। ৰত্নেশ্বৰে কথাটো বেকত কৰিলে। অভাৱ-চিয়াৰ শইকীয়াই অলপ হাঁহিবলৈ চেষ্টা কৰিলে। আৰু ক'লে ঃ নাই! একো নাই! বতৰটো অলপ ডাৱৰীয়া হোৱাৰ কাৰণে এনে লাগিছে। ৰত্নেশ্বৰে ক'লে ঃ বাবু! মানুহৰ বিপদৰ কথা কি ক'ব আৰু। আজি দুমলী গাৱঁলৈ গৈ আৰৈ চাউল এপোহা নেপালোঁ। মাহ-প্ৰসাদত চাউল দিবই নোৱাৰিলোঁ। ককাদেউতাহঁতে সাধুকথা কোৱা যেন লাগে। শইকীয়াই ক'লে ঃ এবা ৰত্নেকা (শইকীয়া-হতে ৰত্নেশ্বৰক মৰমতে ৰত্নেকা বুলি মাতে) দেশত মহামাৰীয়ে দেখা দিছে। যোৱা গোটেই মাহ দিনে-ৰাতিয়ে বৰষুণ দিছে, ফলত শালি খেতি সকলোবোৰ জহন্নামে গ'ল। চৰকাৰে যে ভাত নিদিয়ে এতিয়া ভগৱানেও নিদিব যেন পাইছোঁ। শ্বিলং-গুৱাহাটীত হেনো অফিচাৰ-বিলাকে পাইমুৰী সপ্তাহত এক কিলো নে আধা কিলো চাউলৰ কাৰণে অফিচ খতি কৰি লাইন পাতি গোটেই দিনটো অপেক্ষা কৰি থাকিব লাগে। চৰকাৰে গুৱাহাটী-শ্বিলঙৰ মানুহকে জীয়াই ৰাখিব নোৱাৰে। বাকী আমি জকাইচুকৰ ঘটিৰাম-বাতিৰামলৈ কোনে পোছ কৰে? মাদ্ৰাজী বন্ধু আৰু বান্ধৱেত কথাত যোগ দিলে। সিহঁতে ক'লে ঃ অসমৰ অৱস্থা খুব বেয়া। মাদ্ৰাজত এনে হলে কটা-কটি মৰামৰি হৈ গ'লহেঁতেন। সেই কাৰণে হয়তো কেন্দ্ৰীয় চৰকাৰৰ এই প্ৰদেশখনৰ কাৰণে চকু 'খাৰা'। তাতে বিত্তমন্ত্ৰী, খাদ্যমন্ত্ৰী, কংগ্ৰেছ প্ৰেছিডেণ্ট আদি এইখন প্ৰদেশৰে। গতিকে বহুত সুবিধাও আছে।

ৰত্নেশ্বৰে এনেতে প্ৰসাদ দি গ'ল। প্ৰসাদৰ পাত হাতত লৈ মাদ্ৰাজী প্ৰহৰী দুজনে 'অভাবচিয়াৰ শইকীয়াক এয়া কিহৰ আয়োজন' সুধিলে। শইকীয়াই সিহঁতক বুজাই দিলে আজিৰপৰা পাঁচশ ওঠৰ বছৰ আগতে এই আহিন মাহৰ সপ্তমী তিথিতেই মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱ নামৰ মনীষীজনৰ জন্ম হয়। আজিৰ এই দিনটোতে অসমীয়া

মানুহে তেখেতৰ সোঁৱৰণিৰ কাৰণে জন্মতিথি পাতে। শইকীয়াই লগতে মহাপুৰুষজনাৰ প্ৰতিভা আৰু অসমীয়া জাতিলৈ অৱদান-খিনিৰ কথাও চমুকৈ ক'লে। এই মহাপুৰুষজনা অসমৰ বাহিৰত জন্ম হোৱাহেঁতেন আজি বিশ্ববৰেণ্য মনীষী হিচাপে স্বীকৃতি পালেহেঁতেন কিন্তু আমি দুৰ্ভগীয়া অসমীয়া জাতিয়ে মাণিক মুক্তা কাক বোলে নেজানো।

প্ৰসাদ খাই শেষ হ'লত ৰত্নেশ্বৰে কলৰ দোনাত কোমল চাউল আৰু দৈ গাখীৰৰ জলপান সজাই আনিলে। মাদ্ৰাজী বন্ধু আৰু বান্ধৱলৈ চাই ৰত্নেশ্বৰে ক'লে: এয়া আমাৰ নামঘৰৰ প্ৰিয় বস্তু। শইকীয়াই ৰত্নেশ্বৰৰ কথাত ওলগ জনালে। সকলোৱে তৃপ্তিৰে জলপান খালে। ৰত্নেশ্বৰেও। ৰূপেশ্বৰী, নীলিহঁতক ভিতৰতে দিছে। খাই থাকোঁতে দৈখিনি সকলোৱে প্ৰশংসা কৰিছিল। ৰত্নেশ্বৰে সৰভোগৰ দৈখিনিৰ কথা উল্লেখ কৰিলে। ভেজাল নাথাকিলেও পিছে দাম জুই হেন হৈছে। দৈৰ সেৰে আঢ়ৈ টকা পাইছেগৈ, ৰত্নেশ্বৰে ক'লে। মানুহ টিকিবই নোৱাৰিব কিজানি। মানুহৰ দৰকাৰী আহাৰখিনি খাবলৈ পাবলৈকে নাই। ফলত মানুহ কিছুমান হৈছে কেংমৰা আৰু কিছুমান কুকুৰীকণা। ৰত্নেশ্বৰে লগতে ইয়াকো ক'লে, পিতা-আজুপিতাহঁতে মখাদৈ, হাতৰ উলুৰা যেন কাৰৈ মাছ খাই কিমান 'ভৈব্য ভৈব্য' চেহেৰা বনাইছিল। আজি মানুহৰ জ্ঞান বাঢ়িছে হয় কিন্তু জীয়াই থকাৰ কাৰণে খোৱা-বোৱাৰ কোনো সম্বল পোৱা নাই।

এইবিলাক কথা কৈ থাকোঁতে ৰত্নেশ্বৰে আকৌ মন কৰিলে শইকীয়াৰ আজি কি হৈছে—মনটো মৰা। এনেতে নীলিয়ে তামোলৰ বটাটো লাজ লাজকৈ উলিয়াই আনি ভিতৰলৈ দৌৰ মাৰিলে। ৰত্নেশ্বৰে হাঁহি ক'লে, ছোৱালী গাভৰু হ'লহি। ৰত্নেশ্বৰৰ কথাত সকলোৱে হাঁহিলে। নীলি লাজতে ভিতৰত লেবেজান হৈ পৰিল। সোণমইনা, লাটুমণি বাহিৰলৈ ওলাই আহিল। ৰত্নেশ্বৰে ক'লে, মোৰ পিচত ইহঁত দুয়োটাকে গাইড ধান্ধৰ প্ৰহৰী বনাম। মানস



নদীখন আমাৰ পৈত্ৰিক সম্পত্তি। শইকীয়ালৈ চাই ৰত্নেশ্বৰে হাঁহিছিল। শইকীয়াই ৰত্নেশ্বৰৰ কথাৰ কোনো উত্তৰ নিদি সোণ-মইনা আৰু লাটুমণিক ওচৰলৈ মাতি আনি সুধিলে: কচোন সোণমইনা কোন শ্ৰেণীত পঢ়? সোণমইনাই টপৰাই ক'লে: তৃতীয় মানত! শ্ৰেণীত মোৰ ৰোল নম্বৰ এক। শইকীয়াই গাত থপৰিয়াই ক'লে: বেচ্, বেচ্। বৃত্তি নিশ্চয় পাবি নহয়? সোণমইনাই অকণো দ্বিধাবোধ নকৰি ক'লে: কিয় নেপাম? শইকীয়াই মনতে ভাবিলে: ৰত্নেশ্বৰৰ পুতেক শ্ৰেণীত প্ৰথম। তাৰ খবৰ কোনে লয়! তাৰ পিচত শইকীয়াই লাটুমণিক সুধিলে: তই কোন শ্ৰেণী পাইছ গৈ? ই আৰু একোপ চাৰ। সি হেনো দ্বিতীয় মানতেই বৃত্তি দিবলৈ যাব। ৰত্নেশ্বৰৰ ওচৰত স্কুল নাই। সিহঁতে দুমাইল আঁতৰত এল-পি স্কুলত পঢ়িছেগৈ। নীলিও পঢ়াত হেনো চোকা আছিল। ৰত্নেশ্বৰে ক'লে। কিন্তু ওচৰত স্কুল নাই—হাইস্কুলত পঢ়ুৱাবলৈ তাৰ ক্ষমতাও নাই।

সামৰিক বিভাগৰ প্ৰহৰী বন্ধু আৰু বান্ধৱৰ লগতে মহৰীহঁত সকলোৱে বিদায় ললে। অভাৱচিয়াৰ শইকীয়া অলপ বহিল! তাৰ অলপ পিচতে শইকীয়াই ৰত্নেশ্বৰক সুধিলে: ৰত্নেকা! তোৰ মাটি-বাৰী আছে যেতিয়া চাউল-পাত দেখোন তাৰপৰাই আনিব পাৰ? ৰত্নেশ্বৰে ক'লে: বাবু! ভাল কৈছে দিয়ক! বুটিছৰ দিনৰপৰাই এই চৰকাৰী চাকৰি কৰি আহিছোঁ। তিনিওটা পুৰুষে এই চাকৰিৰ ওপৰতে ভৰসা কৰি মাটি-বাৰী একো নকৰিলোঁ। মোৰো ঘটা নহ'ল। কেনেকৈনো ঘটিম? দৰমহাৰ টকাৰে কোনোমতে ডুব নোযোৱাকৈ খাই-মেলি আছোঁ। এটা কথা নহয় শইকীয়াবাবু! মাটি-বাৰীনো কেলেই! এইবিলাক অস্থাৱৰ সম্পত্তি। মিছাতে আমি মাটি-বাৰীলৈ কাজিয়া কৰোহঁক। শাস্ত্ৰতো তাকেই লিখিছে। ছোৱালী জনীক বিয়া দিব পাৰিলেই হ'ল। বাকী সোণমইনা লাটুমণিহঁত আপোনালোক জীয়াই থাকোঁতে সিহঁত মৰিবনে? মোক অগাধ

সম্পত্তি নেলাগে। মাথোন ভগৱন্তৰ কৃপাত ছুবেলা ছুমুঠি খাই-বৈ সংসাৰখন চলাই নিয়াব পাৰিলেই হ'ল।

শইকীয়াই অলপ পৰ টলকা মাৰি ৰত্নেশ্বৰক ক'লে: ৰত্নেকা! ঘৰত বহিনো কি কৰিবি এতিয়া? ৰাস্তাৰপৰা আহিবি আহ। ৰত্নেশ্বৰে অকণো দ্বিধাবোধ নকৰি ক'লে: বলক বাবু! আমাৰ নো কি আছে? গুৰুজনাৰ জন্ম তিথিত মূৰটো দোঁৱাব পাৰিছোঁ যে সেয়ে আমাৰ পৰম কপাল।

গাইড বান্ধৰ ওপৰেদি বগাই বগাই ৰত্নেশ্বৰ আৰু শইকীয়া পকা ৰাস্তাটোৰ পিনে আগুৱালে। শইকীয়াই ৰত্নেশ্বৰক ছুই এটা কথা সুধিলে, নদীৰ পানী 'গজত' কিমানলৈ উঠিছিল; এই কেইদিন কিমান ইঞ্চি শুকাইছিল আৰু ৰবৰুণ হোৱাৰ আশা আছেনে নাই? ইত্যাদি কেইবাটাও প্ৰশ্ন। ৰত্নেশ্বৰে যথাযথ উত্তৰ দিলে। অলপ পৰ টলকা মাৰি শইকীয়াই ৰত্নেশ্বৰক ক'লে: ৰত্নেকা! এটা বৰ বেয়া খবৰ আছে। ৰত্নেশ্বৰে টপৰাই মাত দিলে: বাবু! মোৰ ষাঠি বছৰীয়া মনটোৱে আগতেই বুজিছিলোঁ আপোনাৰ নিশ্চয় কিবা অথন্তৰ এটি ঘটিছে, কিয় আগতে কোৱা নাই? বুঢ়াৰ একো নৈথা-কিলেও বিপদত ধৈৰ্য্য ধৰিবলৈ উপদেশ এটা দিয়াৰ ক্ষমতা আছে। শইকীয়াই এটা ছুমুনিয়াহ কাঢ়ি ৰত্নেশ্বৰৰ কথাৰ মাজতে ক'লে: এৰা ৰত্নেকা! মোৰ বিপদ হোৱাহেঁতেন ভগৱানক শলাগ দিলোহেঁতেন, কিন্তু বিপদটো তোমাৰহে। ৰত্নেশ্বৰে অবুজ শিশুৰ দৰে শইকীয়াৰ মুখলৈ চাই থাকিল। শইকীয়াই ক'লে: এৰা ৰত্নেকা! দেশত যুদ্ধ নোহোৱাহেঁতেন বৰ ভালেই আছিল। তেতিয়া আৰু এই মিলি-টেৰীয়ে দলং ৰখিব নলগা হ'লহেঁতেন। কিন্তু এতিয়া এই দলংবোৰ মিলিটেৰী ডিপাৰ্টমেণ্টে লৈ গৈছে। গতিকে শ্বিলঙৰপৰা কাগজ আহিছে তহঁতৰ চাকৰিৰ প্ৰয়োজন নাই! তহঁতৰ চাকৰি আৰু নাই।

শইকীয়াৰ শেষৰ কথাখিনি ৰত্নেশ্বৰৰ কাণত থহৰ থহৰ কৰি পৰিল। নিমিষতে তাৰ সমগ্ৰ মুখমণ্ডল ক্ৰোধত জ্বলি উঠিল। তাৰ



চকু ছুটা নাহৰফুটুকী বাঘৰ দৰে জিলিকি পৰিল। সি এইবাৰ ধৈৰ্য্য হেৰুৱাই পেলালে। কাণত থকা গামোচাখন হাতৰ মুঠিত লৈ সি বিস্বাশৰদে দলঙৰ পিনে দৌৰ মাৰিলে। শইকীয়াই হাতৰ চাইকেল-খন পেলাই ৰত্নেশ্বৰৰ পিচে পিচে দৌৰিবলৈ ধৰিলে। ৰত্নেশ্বৰে চিঞৰি চিঞৰি কৈ গ'ল—মিলিটাৰী চকিদাৰ গুলাইছহঁক! চাৰিখনকৈ যুদ্ধত তহঁতে চকু মুদি আছিলি। ডিডি চেপি খতম কৰিম তহঁতক। তিনি পুৰুষীয়া চাকৰিটো খাবলৈ আহিছ তহঁতে! মোৰ ডাঙৰ ল'ৰা বাপুকণক তহঁতেই খালি!

শইকীয়াই দৌৰি দৌৰি ৰত্নেশ্বৰক পিচৰপৰা আকোৱালি ধৰিলেগৈ। ৰত্নেশ্বৰে আঃ বুলি মাটিত ঢলি পৰিল। সন্মুখৰ মিলিটাৰী প্ৰহৰী বন্ধু আৰু বান্ধৰ দৌৰি আহিল। ৰত্নেশ্বৰক জুপুৰীটোলৈ দাঙি লৈ গ'ল। ঘৰখনত নিমিষতে হুৱা-দুৱা লাগি গ'ল।

শইকীয়াই চাইকেল লৈ কোনপিনে যাব ভাবি নেপালে। চামাৰী ডাক্তৰখানা তিনি মাইলৰ বাট। শইকীয়াই জোৰেৰে চাইকেল মাৰিলে।

মানসৰ দলঙৰ ওপৰেদি চাইকেল চলি যাওঁতে শইকীয়াই অনুমান কৰিলে, দলংখন আৰু বুঢ়া মানসখন তেওঁৰ যেন পিচে পিচে দৌৰিছে —এই সকলোবোৰৰ যেন এতিয়া দাবী আহি পৰিছে ৰত্নেশ্বৰৰ তিনি পুৰুষীয়া চাকৰিটোৰ বাবে।

+ + +